1956

# জগন্নাথ বৰুৱা কলেজ

5

# আলোচনী

ষোড়শ বছৰ – ১ম সংখ্যা
১৯৫৬


সম্পাদক

শ্ৰী মহেন্দ্ৰ নাথ বৰঠাকুৰ (অসমীয়া বিভাগ)

শ্ৰী সুৰেন্দ্ৰ নাথ শইকীয়া (ইংৰাজী বিভাগ)



জগন্নাথ বৰুৱা কলেজ, যোৰহাট

# জগন্নাথ বৰুৱা কলেজ আলোচনী

( ১৬ শ বছৰ, ১ম সংখ্যা )

সম্পাদনা সমিতি ( অসমীয়া শাখা )

অধ্যাপক শ্ৰীযুত কিৰণচন্দ্ৰ শৰ্ম্মা—উপদেষ্টা

শ্ৰীললিত বৰুৱা

মহম্মদ ইদ্ৰিছ

শ্ৰীনীলিমা দাস

শ্ৰীৰাজেন সন্দিকৈ

শ্ৰীমহেন্দ্ৰ বৰঠাকুৰ—সম্পাদক।



১৮৭৮ শক।

১৯৫৬ চন।

# আমাৰ ভিতৰ চʼৰাত

সুন্দৰৰ আৰাধনা

# শিল্পৰ অগ্ৰগতি

## উদয় শঙ্কৰ

অনুবাদ—শ্ৰীপ্ৰসন্ন কুমাৰ ফুকন

সভ্যতাৰ বৃদ্ধিৰ লগে লগেই শিল্প আৰু সংস্কৃতি ধীৰ অথচ সবল গতিৰে আগবাঢ়ি আহি আছে। যিবিলাক শ্ৰেষ্ঠ ভাব আৰু কৰ্ম্মৰ মাজেদি জীৱনৰ অন্তৰঙ্গ সমস্যাবোৰ মূৰ্ত্তিমান হৈ উঠে তাৰেই গভীৰ সংস্কাৰ নাম সংস্কৃতি। এই সংস্কৃতিৰ অগ্নিস্পৰ্শত মানুহৰ সমগ্ৰ সত্বা আৰু সমগ্ৰ মানস-জীৱন ৰূপান্তৰ হয়। সংস্কৃতি কেৱল কাৰোবাক যুক্তি দি গ্ৰহণ কৰোৱাৰ কথা নহয়।

সংস্কৃতি বুলিলে সেই জীৱন্ত বিশ্বাসকেই বুজায়, যাৰ প্ৰভাৱত সমগ্ৰ দেহযন্ত্ৰ, সমগ্ৰ ইন্দ্ৰিয়, সমগ্ৰ অনুভূতি, সমগ্ৰ মন আৰু উপলব্ধি ভাবৰ আহ্বানত প্ৰচণ্ড বেগেৰে জাগি উঠে ; আৰু ইয়াৰ প্ৰভাৱতেই শিল্পৰ মাজত ধৰা দিয়া সত্যৰ অদৃশ্য সৌন্দৰ্য্য, সমগ্ৰ মানস জীৱন স্পন্দিত আৰু প্ৰতিধ্বনিত হয়। তেতিয়াই দেখা যায় যে শিল্প আৰু সংস্কৃতিয়ে একেলগেই অগ্ৰসৰ হৈ আহিছে। সংস্কৃতিয়ে মানুহৰ অন্তৰক প্ৰসাৰিত কৰে আৰু সেই দৃষ্টিতে আনে সঙ্গতি। অন্তৰৰ এই প্ৰসাৰতাক আৰু দৃষ্টিৰ সঙ্গতিক সৌন্দৰ্য্যৰ অসংখ্য চিহ্ন আৰু প্ৰতীকৰ মাজেদি বাহ্যজগতত মূৰ্ত্ত কৰি তোলে শিল্পই। এই ঐতিহাসিক সত্যক উপলব্ধি কৰা কঠিন নহয়। শিল্প আৰু সংস্কৃতিৰ সংজ্ঞা নিষ্প্ৰয়োজন।

ইতিহাসৰ আৰম্ভৰে পৰা বৰ্ত্তমানলৈকে শিল্প আৰু সংস্কৃতি কি ধৰণে (সবল বা দুৰ্ব্বলভাবে) অগ্ৰসৰ হৈ আহিছে তাক যদি আমি বিশেষভাবে লক্ষ্য কৰো তেনেহলে কেইটামান বিষয় আমাৰ চকুত নপৰি নোৱাৰে। বিভিন্ন দেশৰ বিভিন্ন পাৰিপাৰ্শ্বিকতাৰ মাজেদি জীৱনৰ অগ্ৰগতিৰ পথত তাৰ প্ৰসাৰ আৰু সংস্কৃতিৰ ক্ষেত্ৰই, অন্তৰৰ আবেগ আৰু বাহ্যজগতৰ পাৰিপাৰ্শ্বিকতাৰ আঘাত সংঘাতে সমভাবে কাম কৰে। বাহ্যজগত যি ঠাইতে স্থিৰ হৈ ৰৈ আছে, শিল্প আৰু সংস্কৃতিৰ প্ৰসাৰ আৰু পুৰুষাৰ্থৰ কাৰণে মানুহে তাতেই সময় আৰু সুযোগ পাইছে। কিন্তু যেতিয়া বহিৰ্জ্জগতৰ বিস্তৃত পৰিধিৰ মাজত পৰিবৰ্ত্তন আৰম্ভ হয় তেতিয়া সঙ্গতি আৰু সামঞ্জস্যৰ মূল ভেটিটো বিপৰ্য্যস্ত হৈ পৰে। তাতেই দেখা যায় যে প্ৰাগৈতিহাসিক যুগৰে পৰা বৰ্ত্তমানলৈকে নিৰ্ম্মিত হোৱা শিল্প আৰু সংস্কৃতিৰ পথটো তাৰ উত্থান পতনৰ পথ। সংঘাত-সংগ্ৰাম আৰু জয়লাভৰ সময় উকলি গলে এনে এটা সময় আহে যেতিয়া মানুহৰ হত্যা আৰু ৰক্তপাতৰ স্পৃহা নাথাকে, তেতিয়া মানুহে স্বস্তিৰ নিশ্বাস পেলাই সৃষ্টিৰ কাৰ্য্যত আত্মনিয়োগ কৰে—জীৱনক আনন্দময়, সৌন্দৰ্য্যময়, অৰ্থময় আৰু চিৰন্তন কৰি তুলিবলৈ। সকলো দেশৰ ইতিহাসৰ সৃষ্টিৰ মূলতে ধ্বংস আৰু ব্যৰ্থতা আছে। ধৈৰ্য্য আৰু প্ৰেম, কল্পনা, অনুশীলন আৰু জ্ঞানৰ দ্বাৰা

যি জাতি অতীতত এদিন যেনেকৈ গঢ়ি উঠিছিল, সেই জাতিয়েই আজি সংস্কৃতিৰ উত্তৰাধিকাৰী। কিন্তু সময় কেতিয়াও ঘূৰি নাহে, অতীতৰ বহিৰ্জগত আৰু অন্তৰ্জগতো ঘূৰি নাহে। অতীত-বৰ্ত্তমানৰ দোলাগনত দুলিব পাৰি কিন্তু ইতিহাসৰ পুনৰাবৃত্তি কোনো দিনেই হোৱা নাই। আমাৰ মানসিক, দৈহিক গঠন প্ৰকৃতি আৰু ৰাজনৈতিক, অৰ্থনৈতিক, বহিৰ্জাগতিক ব্যৱস্থা আৰু অৱস্থাৰ ওপৰতে শিল্প আৰু সংস্কৃতিৰ ভেটী স্থাপন হৈছে। কিন্তু ক্ষয়িষ্ণু যুগত আমি যে বাস কৰিছো তাৰেই কাৰণে হয়তো নিজৰ ভাগ্যক ধিক্কাৰ দিব পাৰো তথাপি ইয়াত অস্বাভাবিকতা একো নাই। এই যুগটোৰ মাজত যদি কিঞ্চিত সচেতনাও থাকে তাৰো মূল্য আছে, কাৰণ সিয়েই যোগান ধৰে দুৰ্লঙ্ঘ্য ভাগ্যক স্বীকাৰ কৰাৰ শক্তি। আজি বেবিলন, ফিনিশিয়া, গ্ৰীচ, চালদিয়া আদি প্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ অসংখ্য পীঠস্থানৰ গৌৰৱৰ কথা ইতিহাসৰ কাহিনীৰ পৰ্য্যায়ভুক্ত হৈছে, কিন্তু এই ভাৰতবৰ্ষ শিল্প আৰু সংস্কৃতিৰ সকলোতে চহকী আৰু বিপুল ঐশ্বৰ্য্য সম্ভাৰ লৈ আজিও মুৰ তুলি আছে। এই বাস্তৱ সত্যক উপলব্ধি কৰিবলৈ হলে সচেতন মনোভাৱৰ প্ৰয়োজন হয়। শ্ৰেণীসঙ্ঘ আৰু জনসাধাৰণৰ বিবিধ প্ৰয়াসৰ মাজেদি বহুতো বিচিত্ৰ ৰূপত সঞ্চাৰিত হৈ আছে—শিল্প আৰু সংস্কৃতি। এই ঐতিহ্যৰ কাৰণে ভাৰতবৰ্ষৰ ওচৰত সকলোৱেই যি শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছে সি আমাৰ গৌৰৱৰ কথা নহয়, কৃতজ্ঞতাৰে স্মৰণ কৰাৰহে বিষয়। ভাৰতবৰ্ষ যে আজিও জীৱন্ত তাতেই প্ৰমাণ হয় যে আমাৰ দেশৰ প্ৰাচীন ঋষি মুনিসকলে চিৰদিন সত্যৰ অনুসন্ধানতেই ব্যস্ত আছিল আৰু বাস্তৱ পৰিবৰ্ত্তনে খোজে খোজে তেওঁলোকক আঘাত কৰা সত্বেও তাত প্ৰতিবন্ধক জন্মোৱা নাছিল। যিটো গ্ৰহণযোগ্য তাক কেতিয়াও বৰ্জ্জন নকৰিছিল। শক্তি সঞ্চয়ৰ সুযোগ অনাহকত নষ্ট কৰা নাছিল। এনে ধৰণেই আমাৰ মনত সৌন্দৰ্য্যৰ অৰ্থৰ বাহিক ৰূপটোৰ পৰিবৰ্ত্তন ঘটি আছে, কিন্তু আমাৰ সৌন্দৰ্য্য সাধনা কোনো দিনেই লোপ হোৱা নাই।

অতীত গৌৰৱৰ স্মৃতিৰ প্ৰয়োজন আছে, তথাপি সেই স্মৃতিত আত্মন ভুলি বহি থাকিলেই নচলে—ই কেৱল জীৱ ধৰ্ম্ম বিৰোধীয়েই নহয়, ইতিহাস শিক্ষাৰো বিৰোধী। মহান অতীতৰ শিক্ষাৰ মূল্য অতি বেছি। অতীতৰ কৰ্ম্মই এই মৌলিক সত্যকেই ঘোষণা কৰিছে-জীৱনক ঐশ্বৰ্য্যশালী কৰিব লাগিব, মানুহে মানুহৰ সম্পৰ্কক প্ৰগতিৰ পথলৈ নিব লাগিব আৰু সম্পদ বুলিলে যি বুজায় তাক নিজৰ অধীনলৈ আনিব লাগিব। অতীতক আমি যেনেকৈ বৰ্জ্জন কৰিব নোৱাৰো তেনেকৈ বৰ্ত্তমানকো মোহনিদ্ৰাত আচ্ছন্ন ৰাখি ভৱিষ্যতকো আঁতৰাব নোৱাৰো। বৰ্ত্তমানৰ সম্যক অভিজ্ঞতা আৰু অতীতৰ বিপুল কীৰ্ত্তিৰ পৰা আমি যি লাভ কৰিছো তাক জীৱন্ত কৰি গঢ়ি তোলাই আমাৰ প্ৰকৃত কৰ্ত্তব্য। যিমান দিন অন্তৰৰ আবেগ থাকিব সিমান দিন কল্পনাৰ অন্ত নাই। কাৰণ বাহ্যজগতৰ ৰূপ সাময়িক আভৰণ মাত্ৰ, প্ৰতিক্ষণতে তাৰ পৰিবৰ্ত্তন হয়। মুখা আৰু খোলাৰেই যাদুঘৰ নিৰ্ম্মাণ হলেও প্ৰাণে কোনো দিনেই বাহিক ৰূপসজ্জাৰ বন্ধন নামানে; সি মুখা আৰু খোলা পৰিধান কৰি আহ্বান কৰাৰ দৰে ভাগ্যৰ বিৰাট পৰিহাস মাথোন।



# স্বপ্ন-ভঙ্গ

—হৰেন্দ্ৰনাথ শৰ্ম্মা

দুবৰিত পৰি যেতিয়া নিয়ৰ মুকুতা জ্বলে
তুমি জানো তাত হে-বন্ধু,
সপোন বিচাৰি পোৱা ?
হেজাৰ বসন্তৰ বিৰিণা বন যেতিয়া ছাই হৈ যায়
কামনাৰ কয়লাৰ জুই উমি উমি জ্বলে
তেতিয়া তোমাৰ চকুত নামে
মৰণৰ ক'লা যৱনিকা
(—হয়তো—),
কাছাৰীৰ দেৱালত সময়ে গোজ কাঢ়ে
ক্ষয়ৰোগীৰ দৰে শেষ হয় সাতোটা চিগাৰেট
তেতিয়াও—তেতিয়াও উজাগৰ চকু কান্দে
এন্ধাৰ সাৰটি।
সময় ?
আজি যেতিয়া ৰাতিপুৱা
বেলিটোত একাঁহী বঠা ওলাই আহিছিল
আকাশৰ ছাদৰত বুটা তুলি
তেতিয়া এটা কবিতা পঢ়িছিলোঁ—
—প্ৰেমৰ কবিতা।
—"শিশিৰ সিক্ত হাতৰ উমনিৰে
কোনে জানো দুগালত মৰম সানি দিছিল
দু-আঁজলি আৰু এমুখ মৰম।
সেন্দুৰীয়া গাভৰুৰ চকুৰ মণিত বোলে
কেবাখনো সাগৰ নাচিছিল
—আন্ধাৰত সেইবোৰ ভাল নালাগেচোন।
গোটেই জীৱন জুৰি
ব্যৰ্থতাৰ বন জুই জ্বলোতে
কবিতাও ছাই হৈ গল।
—এতিয়া আৰু একো নাই
মাত্ৰ এটুকুৰা কয়লাৰ অৱশেষ খিনি।



# আন্ধাৰ নিশাৰ অতিথি

—ৰবীণ কটকী

তন্দ্ৰামগ্ন মহানগৰীৰ নিজান গলিত
পদধ্বনিৰ সঙ্কেত
খট্ খট্ খট্........।
জাক জাক স্বপ্নপায়ী পিপাসুৰ দল,
সিহঁতৰ লীলাহীন চকুত
ফুটি উঠে—
জৈৱিক বাসনাৰ অদমনীয় লিপ্সা।
অস্থিৰ পদক্ষেপেৰে
সিহঁতৰ সীমাহীন অহা-যোৱা!
'চৰাই ঘৰত' অতিথিৰ ভিৰ—
দেৱতা আৰু মানুহ ;
মানুহ আৰু দেৱতা।
এতিয়া মাজনিশা—
পৃথিবীৰ ভেদাভেদৰ প্ৰাচীৰৰ
কঠুৱা শিলবোৰৰ
সংসক্তিৰ স্থিতি হেৰাই গৈছে।
সমুদ্ৰমন্থন—
ইও এক ভীষণ পৰীক্ষা!
সুধাপান সিহঁতৰ আজন্ম সাধনা
আন্ধাৰ ৰাতিৰ—
কম্পমান দোকমোকালিত
হেজাৰ ভ্ৰূণৰ পাহিয়ে
সুধাৰ পৰশ লাগি পৰাগৰ সতে
গাই যাব জয়গান মহাজীৱনৰ,
সৃষ্টিৰ সত্ত্বাক সুঁৱৰি।

— — — —

# গীত

অধ্যাপক—চৈয়দ আব্‌ দুল মালিক

বাহিৰত—

ঘনঘোৰ মেঘে গাজিছিল,
মৰমৰ জলধাৰা নামি আহিছিল,
পঁজাৰ চাকিটি মোৰ কঁপি উঠিছিল,
বুকুৰ মানুহটোৱে কান্দি উঠিছিল।

তুমি ক'লা—

'যাওঁ মই আকউ আহিম,
তোমাৰ কাষত বহি আকউ হাঁহিম,
দুয়োটিয়ে মিলনৰ সোঁতত ভাহিম,
আজি যদি গুচি যাওঁ আকউ আহিম।'

মই কলো—

'আজি থাকা,
আজিয়ে মৰম ৰাকা,
আজিৰ ৰাতিতে হওঁক মৰমৰ জয়,
মোৰ ভয়—
গুচি গলে কিজানিবা
পাহৰি পেলোৱা পৰিচয়।'

তুমি ক'লা—

'যদিহে হেৰাই যাওঁ মই,
মোৰ মোৰ বাণী মই যাম এৰি থ'ই
মৰমৰ নাই কতো লয়,
মৰণৰ বাৰিষাত মৰমৰ চিৰদিন জয়;

আজি তুমি নাই।

বাহিৰত বাৰিষাৰ আছে জলধাৰ,
আছে মোৰ দুচকুত চকুলো দুধাৰ,
আছে মোৰ পাৰ ভঙ্গা-বেদনা হিয়াৰ
তাৰ যেন ক'তো শেষ নাই।






## উৎকণ্ঠা

শ্ৰীমহেন্দ্ৰ বৰা

বিষণ্ণ গধূলিৰ ফাঁকে ফাঁকে
স্বপ্নৰতা অন্যমনা,
তোমাৰো অৰণ্য কঁপাই নেযায় জানো
বন্‌গাহাৰা ব্লিজাৰ্ডৰ স্বপ্নবোৰে ভাকু পাতি নামি
পাখি মেলি নাহে জানো
বন্দৰৰ কামনাৰে ?
পাল আৰু মাস্তুলৰ ভিৰ
আৰু ৰঙা ৰেচমৰ ৰুমালৰ নিচান....
মন ৰাৰু নুঠেনে শিয়ঁৰি ?

মন হ'ব খোজে ধুমুহা-পখী
স্বপ্নৰ আকাশ বহল দেখি।
সমুদ্ৰস্তনিত পৃথিৱীৰ ধূলি
আৰু ধোঁৱাৰ জোৱাৰ সোণালী কৰি
সূৰ্য্যৰ কামনাৰতা

মোৰ সুৰ্যমুখী,
অচিনাকি ফুলৰ সুৰভি !

তোমাৰো আকাশ উল্কা-পৰিক্ৰমা
মন জানো জ্বলি-পুৰি ছাই হৈ যায়
ছায়াম্লান আত্মাৰ অনুজ্বল সীমান্তত
আঁকি যায় ক্ষণে ক্ষণে
ক্ষণিক মৃত্যুৰ আভাষ ?

খিৰিকিৰ তিতা কাঁচ,
কাৰ হুমুনিয়াহ সৰা কুৰলীৰ গাঁচ ?
নীৰৱ যন্ত্ৰণাৰ অৰ্থ জানো নাই ;
তোমাৰ আৰু মোৰ তেজৰ সাগৰ ঘেৰি
মধুমালতী,
উতলা স্বপ্নৰ ইংগিত....
মন জানো চিৰ উপবাসী ?

# মনচুন

—বীৰেন বৰগোঁহাঞি

জীৱনৰ সাধুবোৰ তুমি যদি বুজিকে নোপোৱা
আকাশৰ জোনটোৱো যদি পুৰি শেষ হৈ যায়,
আধাকোৱা সাধুবোৰ চকুৰ ইংগিতে মোৰ
নোৱাৰে বুজাব। নিবেদিতা, স্বপ্নিল আশাৰ
এয়া জলছবি। আঙুলিৰ ফাঁকে ফাঁকে সৰিপৰা
মৰম মুকুটা।

শামুকৰ খোলাৰে সজা পানেচই যদি
বাই যাওঁ মই, চকুলোৰ সাগৰৰ পদুম পাহিত বহি
স্মৃতিসনা ৰাতিৰ কথাৰে, নিবেদিতা, তুমি যদি
সুৰভি সিঁচিবা, কোৱাচোন
উভতি অহাৰ বাতুল স্বপ্নই মোক কৰিব উতলা?
তুমি যদি গান গোৱা, তুমি যদি কথা কোৱা
সেমেকা-হেমন্ত-ৰাত্রি, ঝাউ-আম-নিম-বন বুৰাই পেলোৱা,
আৰু এটা কথা কৈ যদি, তুমি মোক 'স্বাগত' জনোৱা,
কোৱাচোন, পাৰত নমাৰ আকুল হেঁপাহে মোক কৰিব উতলা?

আলিৰ কাষত বহি ধুনীয়া আবেলি এটা
তোমাৰ চুলিৰ বনৰ দুবৰি ভাঙি,
মুকুটা সৰোৱা,
মোৰ আঙুলিৰে,
দুৰন্ত কামনাৰ গান তুমি যদি গোৱা,
তোমাৰ চুলিৰ উদাস শুকান গোন্ধ
দুৰণীৰ সিপাৰৰ গাৱঁৰ ধুঁৱাৰ সতে যদি এক হৈ যায়,
ওঠৰ কোণত যদি শতভিষা প্রাণ পাই উঠে,
বুকুভৰা আশাবোৰ,
আশাভৰা কথাবোৰ তুমি যদি কাণে কাণে কোৱা,
তোমাৰ আপোন কৰা দুৰ্বল চেতনাই মোক কৰিব উতলা।

শাৰী শাৰী জোনাকীয়ে পোহৰৰ পেন্সিলেৰে,
দিব পোহৰাই, আকাশ বহল হৈ বিয়পি পৰিব,
একাষত ঠিয় হৈ তোমাৰ কাষতে মই
জীৱনৰ সাধু ক'ম। তুমি বুজি পাবা।



# প্ৰণয়

[ এটি ৰোমাণ্টিক কবিতা—ছবি ]

—চন্দ্ৰনাথ কটকী

মোৰ
নাস্তিকী মনৰ দুৱাৰত
কোনোবা এটা ডিচেম্বৰৰ শেহৰাতি
আসন্ন-আতুৰা এজনী গাভৰুৱে খুন্দিয়াইছিলহি
দুৱাৰখন খুলি দি মই বিমূঢ় হৈ পৰিলোঁ।
তাই মোৰ কাষৰতে বহিল : (এজনী গাভৰু)।
কেইটামান আঙুৰগুটি
তাইৰ হাতত তুলি দি মই থৰ হৈ ৰ'লোঁ।
তাই কলে :
জীৱন জানো পূৰ্ণিমা ৰাতিৰ স্বপুৰ দৰে স্থিৰ ?
আমাৰ যদি মৃত্যু আছে, পৰাজয় আছে,
অভিমানৰ সময় আমাৰ ক'ত ?
মই হাঁহিলোঁ :
তাইৰ চকুত ব্যাধৰ শৰত বিদ্ধ হ'ব খোজা
ক্ৰৌঞ্চ পক্ষীৰ জীয়াই থকাৰ আকুল আকুতি
ফুটি উঠিছিল। মোক তাই চুমা এটি খুজিলে।
বুঢ়ী আইতাৰ সাধুকথাৰ ৰাজ-কুঁৱৰীৰ দৰে
তাই চঞ্চল হৈ পৰিছিল।

মই তাইক এটি অনুগ্ৰ চুমা দিলোঁ :
কবিতাৰ দৰে কোমল আৰু
নকৈ ওপজা বেলিটোৰ দৰে ৰঙা।
মৰমৰ উচুপনি তুলি তাই মোৰ কোলাতে শুই পৰিল।

*　　*
*　　*　　*
*　　*

সেই একে সময়তে—
গান গাই গাই যোৱা মহাযুদ্ধৰ
হতভাগা সৈনিক এটাই
ষ্ট্ৰীট-চিংগাৰ এজনীৰ সৈতে
গীৰ্জ্জাটোৰ বাৰান্দাত ভৰি দিছিলহি।
তাইৰ চিকাৰী কুকুৰ অকণমান মৰম পাবৰ বাবে।
গীৰ্জ্জাৰ ওপৰৰ পুৰণি ক্ৰশটোৱে হাঁহিছিল।
টমাচ মানৰ উপন্যাসৰ নায়কৰ দৰে,
উপলব্ধিৰ হাঁহি।



চিন্তাৰ তৰঙ্গ

# পূৰণি হিন্দী কবিতাত এভুমুকি

অধ্যাপিকা—কমল কুমাৰী বৰুৱা

সাহিত্য মানুহৰ ৰুচি অভিৰুচিৰে সঞ্চিত প্ৰতিচ্ছবি, ৰাজনৈতিক, সামাজিক, আধ্যাত্মিক, সাম্প্ৰদায়িক আদিৰ অৱস্থাই এই ৰুচি অভিৰুচিৰ পৰিবৰ্ত্তন সাধে। সাহিত্য মানৱ অন্তৰৰ দাপোন স্বৰূপ বাবেই এই পৰিবৰ্ত্তনৰ প্ৰতিবিম্ব সাহিত্যাত প্ৰতিফলিত হয়।

ভাবধাৰাৰ পৰিবৰ্ত্তনৰ লক্ষ্য ৰাখিয়ে আন আন সাহিত্যৰ দৰে হিন্দী সাহিত্যকো আদি কাল, বীৰ গাথা, ভক্তিকাল, ৰীতিকাল, আধুনিক কাল প্ৰভৃতি একোটা যুগত ভাগ কৰা হৈছে যদিও এই যুগবোৰ পানী নসৰকা বিধৰ নহয় বাবেই বীৰ গাথাৰ দিনতো ভক্তি-ৰসৰ নাইবা ভক্তি কালতো শৃঙ্গাৰ ৰসৰ ৰচনাৱলী পোৱা গৈছিল।

ভাৰতৰ আৰ্য্যসকলৰ আদিম ভাষা আছিল প্ৰাকৃত, বৈদিক সাহিত্য মূল প্ৰাকৃতৰে মাৰ্জ্জিত ৰূপ, পাণিনী প্ৰভৃতি পণ্ডিতসকলে ব্যকৰণেৰে সংস্কাৰ কৰি প্ৰাকৃতৰ পৰাই সংস্কৃতৰ জন্ম দিলে, 'সংস্কৃত' পণ্ডিত সকলৰ ভাষা হৈ পৰাত সংস্কৃততে সাহিত্যৰ সৃষ্টি হ'ল যদিও জনসাধাৰণৰ ভাষা প্ৰাকৃত হৈয়েই থাকিল।

ভাৰতৰ ইতিহাসত গৌতম বুদ্ধই বিপ্লৱ আনিলে ; তাৰৰ লগত ভাষাৰো পৰিবৰ্ত্তন ঘটিল। সংস্কৃতক উপেক্ষা কৰি "পালি" অৰ্থাত জনতাৰ ভাষাৰে বুদ্ধই বৌদ্ধধৰ্ম্মৰ বাণী সমূহ প্ৰচাৰৰ উপদেশ দিলে, জৈনাচাৰ্যায়ো কথিত ভাষাৰে ধৰ্ম্ম প্ৰচাৰৰ ব্যৱস্থা কৰিলে।

দেশ কাল আৰু অৱস্থাৰ অনুসৰি পাৰ্থক্য থকা জনতাৰ ভাষাৰ ভিন্ ভিন্ ৰূপ বিলাকেই অপভ্ৰংশ নামে অভিহিত, অপভ্ৰংশৰ কাব্যতে পুৰণি হিন্দী সাহিত্যৰ জন্ম। "বিজয় পাল ৰাসো" "হম্মীৰ' ৰাসো" "কীৰ্ত্তিলতা "কীৰ্ত্তিপতাকা" আদি অপভ্ৰংশ কাব্যই হিন্দী সাহিত্যৰ আদি যুগৰ চানেকি।

প্ৰাচীন হিন্দীৰ সম্পৰ্কে পণ্ডিত ৰাহুল সাংস্কৃত্যায়ণৰ গবেষণাৰ পৰা জানিব পাৰি যে সাত শতাব্দীৰ সৰহপ্পা নামৰ এজন সিদ্ধই হিন্দীৰ প্ৰথম লেখক, ৰজা মানৰ ৰাজকবি পুষ্যৰ দোহাত ৰচনা কৰা অলঙ্কাৰৰ গ্ৰন্থ খনেই হিন্দী সাহিত্যৰ পাতনি তাৰে বুলি কোনো কোনোৱে কয়।

বিকাশৰ লগে লগে হিন্দী সাহিত্যই প্ৰাকৃত আৰু অপভ্ৰংশৰ শব্দবোৰ এৰি সংস্কৃতৰ তৎসম শব্দৰ অধিক প্ৰয়োগ কৰিবলৈ ধৰে, ।

সম্ৰাট হৰ্ষবৰ্দ্ধনৰ পিচত শক্তিশালী ৰজা নোহোৱাত দেশ সৰু সৰু ৰাজ্যত বিভক্ত হৈ পৰিল আৰু পৰস্পৰৰ মাজত যুদ্ধ বিগ্ৰহ চলিবলৈ ধৰিলে। লগে লগে উত্তৰ পশ্চিম পিনৰ পৰা মুচলমানৰ আক্ৰমণো আৰম্ভ হ'ল, সেই সময়ত পশ্চিম ভাৰতেই ভাৰতীয় সভ্যতা আৰু বল বৈভৱৰ কেন্দ্ৰস্বৰূপ আছিল। সেই অঞ্চলৰ ভাষাতে কবি চাৰণ সকলে তেওঁলোকৰ পদাৱলী ৰচনা কৰিছিল। এইকাৰণেই প্ৰাৰম্ভিক হিন্দী সাহিত্যত পশ্চিম ভাৰতৰ জনগণৰ অনুভূতিৰ সহাৰি পোৱা যায়। সেই সময়ৰ কবিসকলে তেওঁলোকৰ ৰজা সকলৰ পৰাক্ৰম বিজয় আদিৰ অতিৰঞ্জিত বৰ্ণনা কৰি দেশপ্ৰেমৰ উদ্ৰেক কৰিবলৈ যত্ন কৰিছিল, তেওঁলোকে যুদ্ধক্ষেত্ৰলৈ গৈ

বীৰ ৰসাত্মক গীত গাই যুঁজাৰুসকলৰ প্ৰাণত উৎসাহ উদ্দাম বৃদ্ধি কৰাত যথেষ্ট সহায় কৰিছিল, সেয়েই তেওঁলোকৰ প্ৰধান কাম আছিল আৰু তাৰ বাবে যথোচিত সন্মান লাভ কৰিছিল। এইদৰে বীৰত্ব প্ৰদৰ্শনৰ বাবে কল্পনাৰ প্ৰাচুৰ্য্যতা থকা বীৰ গাথা বিলাক ৰচিত হয়। বীৰগাথা বিলাকত বীৰৰসৰ উপৰিও প্ৰেম আৰু বিৰহৰ বৰ্ণনাও সমাবেশ কৰি দিয়া হয়। "বীৰ গীত" আৰু "প্ৰবন্ধ কাব্য" এই দুই ৰূপতে বীৰ গাথাবিলাক পোৱা যায়। "বীসলদেৱ ৰাসো" আৰু "পৃথিৰাজ ৰাসো" ক্ৰমে বীৰ গীত আৰু প্ৰবন্ধ কাব্যৰ প্ৰাচীন নিদৰ্শন। ৰসায়ন শব্দৰ পৰাই ৰাসো শব্দৰ উৎপত্তি। বীৰত্ব ব্যঞ্জক স্বৰূপে কবি "জগনিকৰ" আলহা খণ্ড সুপ্ৰসিদ্ধ। বীৰ ৰস সঞ্চাৰ কৰাত আলহাৰ শক্তি অসীম। ৱাটাৰ ফিল্ডে "The lay of Alha নামদি আলহাৰ এটা ইংৰাজী অনুবাদ প্ৰকাশ কৰিছে।

অপভ্ৰংশৰ ছাঁতে হিন্দী কবিতা ৰচিত হৈ আহিছিল যদিও মিথিলাৰ কবি বিদ্যাপতি আৰু দিল্লীৰ আমিৰ খস্ৰুৱে সমসাময়িক কথিত ভাষাতে তেওঁলোকৰ পদাৱলী ৰচনা কৰে। নিজৰ গুণ আৰু গীতৰ বাবে বিহাৰৰ ওপৰিউ বঙ্গ আৰু উৰিষ্যাত বিদ্যাপতি অতি জনপ্ৰিয় হৈ উঠে। সেই সময়তে বঙ্গ কবি জয়দেৱে "গীত গোবিন্দ" ৰচনা কৰে আৰু মুচলমানসকলৰ লগে লগে তেওঁলোকৰ "চুফি" সম্প্ৰদায়ো দেশত প্ৰতিষ্ঠিত হয়। দুয়ো পন্থই স্ত্ৰীপুৰুষৰ ৰূপত পৰমাত্মাৰ উপাসনা প্ৰচাৰ কৰিছিল। প্ৰেমিক প্ৰেমিকাৰ ৰূপত ৰাধাকৃষ্ণৰ সামঞ্জস্য আত্মা পৰমাত্মাৰ লগত সাধিত হৈছিল। প্ৰেম ভক্তিয়েই বিজিত বিজিতা উভয়ৰে সাধনাৰ সোপান হৈ পৰাত এই পন্থাই সাৰ্ব্বজনীনতা লাভ কৰে। চৈতন্যদেৱ বল্লভাচাৰ্য্য আদিয়ে পৰৱৰ্ত্তী কালত এই পন্থাৰ উৎকৰ্ষতা সাধন কৰিলে।

ফাৰ্চী সাহিত্যৰ প্ৰসিদ্ধ লেখক হৈয়ো খস্ৰুৱে জনতাৰ কথিত ভাষাত কাব্য ৰচনা কৰি হিন্দী সাহিত্যৰ পুষ্টি সাধন কৰে। কথিত ভাষাৰ ব্যৱহাৰ কৰিলেও সেই সময়ত প্ৰচলিত ব্ৰজভাষাত ৰচনা কৰা ধাউতি থকাত খস্ৰুৰ লিখনিতো ব্ৰজভাষাৰ সংমিশ্ৰণ দেখা যায়। "মুকৰিয়া" আৰু "পহেলিয়াই" খস্ৰুৰ প্ৰতিভাৰ পৰিচয় দিছে।

মুচলমানসকলৰ অধিপত্য স্থাপিত হ'ল—দেশৰ স্বাধীনতা লুপ্ত হৈ গ'ল—হিন্দুৰজাসকলে দিল্লীশ্বৰৰ বশ্যতা স্বীকাৰ কৰি মুৰ দোঁৱালে—এনে অৱস্থাত যুদ্ধৰ আৱশ্যকতা নোহোৱা হ'লত বীৰ ৰসাত্মক ৰচনাৱলীৰ আৱশ্যকতা কমি আহিল। চকুৰ আগতে যেতিয়া শতাব্দী, জুৰিপূজা-পাৰ্ব্বন চলি অহা মন্দিৰ দৌল দেৱালয় চুৰমাৰ কৰি দিয়া হ'ল আৰু ভক্তসকল আৰু নিজৰ বিগ্ৰহাদিৰ দেৱতাৰ দ্বাৰা ৰক্ষা কৰাৰ কোনো প্ৰচেষ্টা জন সাধাৰণৰ চকুত নপৰিল জনতাৰ অন্তৰত অবিশ্বাসৰ সূত্ৰপাত হ'ল—ধৰ্ম্ম-কৰ্ম্মৰ ওপৰত তেওঁলোকৰ শ্ৰদ্ধা নোহোৱা হৈ আহিল। ফলস্বৰূপে বিজেতা মুচলমান সকলৰ প্ৰভাৱ হিন্দুসকলৰ ওপৰত পৰিবলৈ ধৰিলে।

মুচলমান ৰাজত্ব প্ৰতিষ্ঠিত হোৱাৰ লগে লগে সাহিত্যৰ সম্বন্ধ ৰাজদৰবাৰৰ পৰা গৈ জনসমাজত স্থাপিত হ'ল। ব্যথিত জনতাৰ প্ৰাণত ভগৱত ভক্তি উদ্ৰেক কৰি ভগৱানৰ কৰুণা আৰু শক্তিৰ আৰাধনা কৰিবৰ বাবেই যেন এনে সময়তে ভক্ত কবি সকলৰ জন্ম হয়। এই ভক্তি কালৰ কবিতাই হিন্দী সাহিত্যৰ মেৰুদণ্ড স্বৰূপ।

দক্ষিণ ভাৰতৰ আচাৰ্য্য ৰামানুজৰ ভক্তিমাৰ্গই লাহে লাহে প্ৰসাৰতা লাভ কৰিবলৈ ধৰে। ৰামানন্দজীয়ে সেই ধৰ্ম্মৰ মহাত্মা ৰূপে ভক্তি ধৰ্ম্মৰ প্ৰচাৰ কৰে। ৰামানুচাৰ্য্যৰ মতাৱলম্বী হলেও ৰামানন্দৰ উপাসনা প্ৰণালী পৃথক আছিল। বৈকুণ্ঠবাসী বিষ্ণুৰ সলনি লোকো-

পাসক ৰামচন্দ্ৰক ইষ্টদেৱতা স্বৰূপে আৰু ৰাম নামকে মূলমন্ত্ৰ ৰূপে ৰামানন্দই গ্ৰহণ কৰে। ৰামানন্দৰ ধৰ্ম্মত ভক্তিৰ ক্ষেত্ৰত জাতি ভেদ, বৰ্ণভেদ, দেশ ভেদ আদিৰ স্থান নোহোৱাৰ বাবেই তেওঁৰ শিষ্যসকলৰ ভিতৰত মুচি, নাপিত, তাঁতি আদি সকলো শ্ৰেণীৰ মানুহ আছিল। সংস্কৃতত বিদগ্ধ পণ্ডিত হৈয়ো জনতাৰ মাজত ধৰ্ম্ম প্ৰচাৰ কৰোঁতে হিন্দীভাষা ব্যৱহাৰ কৰি, হিন্দীত কবিতা ৰচনা কৰি ৰামানন্দ হিন্দীৰ আদি প্ৰচাৰক স্বৰূপ হয়। শিষ্য ভক্ত কবিসকলেই হিন্দী সাহিত্যক বিশ্ব সাহিত্যত পৰিণত কৰে। নিগুণ গায়ক, চুফি-শাখা, ৰাম ভক্তি আৰু কৃষ্ণ ভক্তি এই কেইটাই প্ৰধানকৈ ভক্তিকালৰ হিন্দী কবিতাৰ ধাই ধাৰা।

ৰামানন্দজীৰ প্ৰধান শিষ্য আছিল কবীৰ দাস, নিগুণ ব্ৰহ্মৰ উপাসনাক প্ৰাধান্যতা দি প্ৰেমকেই কবীৰে সাধনাৰ মূল সোপান ৰূপে গ্ৰহণ কৰি তাৰ বাণী প্ৰচাৰ কৰে। সত্যৰ অন্বেষণেই কবীৰৰ ধ্যান আছিল। সত্যধৰ্ম্মৰ বিৰুদ্ধে যোৱা যেই কোনো কথাকে তেওঁ কটু সমালোচন কৰিছিল। কবীৰ আছিল জ্ঞানী, সাধক, যোগী আৰু ভক্ত। ব্ৰহ্মক সৰ্ব্বব্যাপী প্ৰিয়তম-ৰূপে মানি প্ৰেম ৰাজ্যৰ ৰহস্য মুকলি কৰি দিওঁতা কবীৰ ৰহস্যবাদী কবিসকলৰ আধাৰ স্বৰূপ, কবি গুৰু ৰবীন্দ্ৰ নাথেও কবীৰক পথ প্ৰদৰ্শক ৰূপে মানিছিল। কবীৰৰ প্ৰসিদ্ধ গ্ৰন্থ হৈছে "বীজক" বেদান্ত তত্ব, অনিত্যতা, শুদ্ধতা, মায়া, স্পৃশ্যাস্পৃশ্য আদিৰ নীতি উপদেশেৰে এই গ্ৰন্থ পৰিপূৰ্ণ। কবীৰৰ শ্ৰেষ্ঠ শিষ্য ধৰ্ম্মদাসে তেওঁৰ বাণী সমূহ সংগ্ৰহ কৰাৰ ওপৰিও কবীৰৰ মত প্ৰচাৰাৰ্থে কবিতাৱলী ৰচনা কৰে। পঞ্জাবত শিখধৰ্ম্মৰ প্ৰতিষ্ঠাতা গুৰু নানকো কবীৰৰ পথৰে প্ৰচাৰক আছিল। সুন্দৰ দাস, দাদুদয়াল, মলুক দাস প্ৰভৃতি ভক্ত কবিসকলেও নিৰ্গুণ ব্ৰহ্মৰ উপাসনাৰ প্ৰাধান্যতাকে তেওঁলোকৰ গ্ৰন্থৱলীৰ যোগেদি প্ৰকাশ কৰে।

মুচলমান সকলৰ চুফি নামৰ প্ৰেম মাৰ্গী সম্প্ৰদায়-টোৰ মতে গোটেই সংসাৰখন প্ৰেমৰ সূতাৰে গঁথা আছে। ইয়াৰ সহায়তে জীৱই প্ৰেমদেৱতাক (ব্ৰহ্ম) লাভ কৰিবলৈ সক্ষম হয়। জগতত ভগবানৰ অব্যক্ত জ্যোতি দেখি তেওঁলোক অভিভূত হৈ পৰে। ভগবানৰ পূৰ্ণ সানিধ্য লাভ কৰিব নোৱাৰাত তীব্ৰ বিৰহৰ বেদনাত যেতিয়া অন্তৰত স্বৰ্গীয় অতৃপ্তিৰ সূচনা হয় তেতিয়াই সংসাৰখন দাপোনৰ দৰে স্বচ্ছ হৈ পৰে আৰু মানৱে তাৰ পৰমাত্মাৰ জিলিঙণি দেখা পায়। এয়ে চুফি সকলৰ কাব্যৰ প্ৰধান বিষয়বস্তু। মুচলমান হলেও এওঁলোকে হিন্দী ভাষাত লেখনি ধৰে—হিন্দী সাহিত্যৰ পৰিপুষ্টি সাধন কৰে। কবীৰৰ চৰনাৱলীতকৈ চুফি কবিসকলৰ ৰচনাৱলীত সাহিত্যিক সৌন্দৰ্য্য বেছি। এই কবি সকলৰ ভিতৰত জায়চী, কুতবন, কাচিমচাহ নুৰমহম্মদ ফাজিল চাহ আদি সুপ্ৰসিদ্ধ।

ৰামানন্দৰ শিষ্য সকলে ৰাম ভক্তিৰ প্ৰচাৰ কৰিছিল যদিও ভক্তকবি তুলসী দাসৰ কাব্যৰাশিৰ যোগদিহে হিন্দী সাহিত্যত ৰাম ভক্তিৰ সূৰ্য্যোদয় আৰম্ভ হয়। তুলসী দাসেই হিন্দী কাব্যৰ সৰ্ব্বতো প্ৰকাৰ উন্নতি সাধন কৰে। ভাষা আৰু শৈলীৰ ওপৰত তুলসীদাসৰ প্ৰভাৱ প্ৰচুৰ আছিল। সেই সময়ত প্ৰচলিত সকলো ধৰণৰ ৰচনা পদ্ধতিৰ যোগদি মানৱ জীৱনৰ বেলেগ বেলেগ অৱস্থাবোৰ অতি প্ৰাঞ্জল আৰু হৃদয়গ্ৰাহী কৈ চিত্ৰিত কৰি তুলসীদাসে জনতাৰ প্ৰতিনিধি কবি ৰূপে আখ্যা লাভ কৰিছে। "ৰাম চৰিত মানস" আৰু "বিনয় পত্ৰিকাই" তুলসী দাসৰ অমৰ গ্ৰন্থ, ব্যক্তিগত সাধনৰ ওপৰিও তুলসীদাসৰ সাহিত্যত পাৰিবাৰিক আৰু

সামাজিক কৰ্ত্তব্য ৰাশিৰ সুন্দৰ সমাবেশ ঘটিছে। কৰ্ম্ম জ্ঞান আৰু উপাসনাৰ মধুৰ সামঞ্জস্য স্থাপন কৰি এওঁ ভক্তিমাৰ্গৰ ভিতৰেদি সমতা আৰু লোক কল্যাণ সাধনৰ প্ৰচেষ্টা কৰিছে। এহাতে উপাস্য আৰু উপাসকৰ সুক্ষ্ম সমন্ধ স্থাপন কৰি আনহাতে লোকধৰ্ম্মৰ মৰ্য্যাদা সম্পূৰ্ণ অটুট ৰাখিবলৈ সমৰ্থ হৈছে বাবেই তুলসীদাসৰ ৰামায়ণে ৰজাৰ পৰা খৰিভাৰীলৈকে প্ৰভাবান্বিত কৰিব পাৰিছে। তুলসীৰ বাণীসমূহেই হিন্দীজনতাৰ প্ৰকৃত সঙ্গিনী স্বৰূপ।

উত্তৰ ভাৰতত ধাৰ্ম্মিক ভাবধাৰাৰ যেতিয়া প্ৰচণ্ড আঘাত পৰিছিল—তুলসীদাসৰ বাণীসমূহে তেতিয়া পথভ্ৰষ্ট জনতাক প্ৰকৃত পথেদি পৰিচালিত কৰিবলৈ সক্ষম হৈছিল। ৰামৰ নিচিনা আজ্ঞাকাৰী পুত্ৰ, সীতাৰ নিচিনা আদৰ্শ সতী, ৰামৰ ভ্ৰাতৃসকলৰ নিচিনা ভ্ৰাতৃস্নেহ, হনুমানৰ নিচিনা সেৱকৰ চৰিত্ৰ চিত্ৰিত কৰি তুলসীদাসে দিশহাৰা ভাৰতীয় জনতাৰ আগত মহান আদৰ্শ দাঙি ধৰিলে। এওঁৰ ৰচনাৱলীয়ে তেওঁৰ সাহিত্য প্ৰতিভা বিকাশ কৰাৰ উপৰিও হিন্দী সাহিত্যক বিশ্ব-সাহিত্যত পৰিণত কৰে।

১৫ আৰু ১৬ শতিকাত বৈষ্ণৱ ধৰ্ম্মৰ আন্দোলনে গোটেই ভাৰতকে প্লাৱিত কৰে। এই ধৰ্ম্মৰ প্ৰৱৰ্ত্তক সকলৰ ভিতৰত দাক্ষিণাত্যৰ বল্লভাচাৰ্য্য অন্যতম। শ্ৰীচৈতন্য দেৱৰ চেতনাত বঙ্গদেশ কৃষ্ণময় হৈ উঠাৰ দৰে তেওঁৰ সহপাঠী বল্লভাচাৰ্য্যৰ যত্নত যুক্ত প্ৰদেশত কৃষ্ণভক্তিৰ প্ৰাধান্যতা প্ৰৱল ভাৱে প্ৰচাৰিত হয়। কৃষ্ণই একমাত্ৰ আৰাধ্য দেৱতা, আৰু ভক্তিয়েই সাধনাৰ অন্যতম উপায়—এয়ে তেওঁৰ মত। বৃন্দাবনত থাকি ব্ৰজভাষাৰে ৰচনা কৰা 'বনযাত্ৰা' নামৰ পুথিৰ যোগেদি বৈষ্ণৱ ধৰ্ম্মৰ প্ৰাধান্যতা প্ৰতিপন্ন কৰাৰ উপৰিও সমগ্ৰ ভাৰতত ভ্ৰমণ কৰি বল্লভাচাৰ্য্যই নিজৰ মত প্ৰচাৰ কৰি ফুৰে। বল্লভাচাৰ্য্যৰ অন্যতম শিষ্য সুৰদাসে কৃষ্ণভক্তি প্ৰচাৰৰ বাবে ৰচনা কৰা "সুৰসাগৰ" নামৰ বিখ্যাত গীতিকাব্যখনে হিন্দী সাহিত্যৰ সোণালী সৌধ নিৰ্ম্মাণ কৰে। কৃষ্ণৰ বাল্য আৰু যৌৱন কালৰ ঘটনাৱলীৰ বৰ্ণনাত অৱতাৰণা কৰা সুৰদাসৰ বাৎসল্য আৰু শৃঙ্গাৰ ৰসৰ চমকপ্ৰদ চিত্ৰাৱলীয়ে তেওঁৰ অমৰ প্ৰতিভা সুউজ্জ্বল কৰি প্ৰকাশ কৰিছে। "ভ্ৰমৰ গীতেই" সুৰসাগৰৰ আটাইতকৈ মৰ্ম্মস্পৰ্শী অংশ। কৃষ্ণ মথুৰাত? তেওঁৰ সখা উদ্ধৱ বৃন্দাবনলৈ আহিছে। উদ্ধৱ অহাৰ বাতৰি পাই উৎসুক কৃষ্ণপ্ৰাণা ব্ৰজনাৰীসকল তেওঁ লোকৰ প্ৰাণৰ কৃষ্ণৰ বাতৰি লবলৈ ভুম বান্ধিছেহি। উদ্ধৱে জ্ঞান যোগৰ প্ৰাধান্যতা বৰ্ণনা কৰি প্ৰেমক নিন্দা কৰিবলৈ ধৰিলে। ঠিক তেনে সময়তে এটা ভোমোৰা এপাহ ফুলৰ ওপৰত পৰিলহি। সেইখিনিৰ পৰা সুৰদাসে যি উপালম্ভ কাব্যৰ আৰম্ভ কৰিছে তেনে কাব্য বিশ্ব সাহিত্যতো দুৰ্লভ। গোপীসকলৰ বিদগ্ধ বচনৰ বক্তৃতা তেওঁলোকৰ বিৱশতা, দীনতা আৰু সগুণ উপাসনাৰ সম্পৰ্কে তৰ্কোক্তি আৰু প্ৰগাঢ় প্ৰেমৰ অভিব্যঞ্জনা সুৰদাসে সৰল ভাষা আৰু অলঙ্কাৰৰ মধুৰ সংযোজনাৰে অতুলনীয় ভাৱে সমন্বয় ঘটাইছে। এই কাৰণে "সুৰ-সাগৰক" "ৰস সাগৰো" বোলা হয়।

কৃষ্ণ ভক্তি প্ৰচাৰত নন্দদাস, মীৰাবাঈ, হিতহৰিবংশ, স্বামী হৰিদাস, গদাধৰ ভট্ট, ৰসখাঁ আদি কৱিসকলৰ ৰচনাৱলী প্ৰখ্যাত। মীৰাবাঈ তুলসীদাসৰ সমসাময়িক, মীৰাৰ ভজন সমগ্ৰ ভাৰতত সমাদৃত। এই যুগৰ আন আন কৱিসকলৰ ভিতৰত ৰহীম, কেশৱ, সেনাপতি আদিৰ নাম উল্লেখযোগ্য।

ভাষাৰ পিচত ব্যাকৰণ ৰচিত হোৱাৰ দৰে কাব্য ৰচনাৰ পিচত কাব্য বিবেচনাৰ বাবে ৰীতি গ্ৰন্থসমূহ ৰচিত হয়। ৰস, অলঙ্কাৰ, ধ্বনি, ছন্দ, নায়িকা ভেদ

কবিতা ৰচনা কৰিছিল আৰু প্ৰাচীন কালৰ সাঁচো তেওঁৰ কবিতাত যথেষ্ট আছিল।

বহুত দিনৰ পৰা মেৰথ দিল্লীৰ আশ-পাশৰ জনতাৰ কথিত ভাষাৰূপে খৰীবুলীৰ (আধুনিক হিন্দীৰ) প্ৰচলন হৈ আহিছিল। "সৰস্বতীৰ" সম্পাদক আচাৰ্য্য মহাবীৰ প্ৰসাদ দ্বিবেদীয়ে এই ভাষাতে কবিতা ৰচনা কৰে আৰু আনকো ৰচনা কৰিবলৈ উপদেশ দিয়াত হৰিশ্চন্দ্ৰৰ লগে লগে ব্ৰজভাষাৰে কবিতা লিখাৰ ৰীতি অপ্ৰচলিত হৈ আহে।

হৰিঔধ আৰু বৰ্তমান যুগৰ প্ৰতিনিধি কবি মৈথিলীচৰণৰ সময়ৰ পৰাহে নতুন যুগৰ প্ৰকৃত উদয় হয়। "পন্ত" "নিৰালাৰ" কবিতাত নতুন যুগৰ সূৰ্য্য-ৰশ্মিৰ পূৰ্ণ প্ৰকাশ পোৱা যায়।

ইংৰাজী কবিতাৰ প্ৰভাবত ভাষালৈ নতুন অলঙ্কাৰ আহিল, ভাব আৰু ভাষাৰ স্বতন্ত্ৰতা বাঢ়িল। দুখবাদ, মানৱ গৌৰৱ, ব্যক্তিবাদ, স্বদেশপ্ৰেম, প্ৰকৃতিক মানবীকৰণ আত্মাভিব্যঞ্জনা আদিয়েই নতুন যুগৰ কবিতাৰ মাই প্ৰবৃত্তি। জয়শঙ্কৰ প্ৰসাদ, মহাদেবী বৰ্ম্মা, বিয়োগী, ভগৱতী চৰণ বৰ্ম্মা, সুভদ্ৰা কুমাৰী চৌহান, ৰামধাৰী প্ৰসাদ সিংহ, শ্ৰীনৰেন্দ্ৰ প্ৰভৃতি কবিসকলে ৰহস্যবাদ, ছায়াবাদ, প্ৰগতিবাদ আদি নানান ভাবধাৰাৰ কবিতা ৰাখিৰে আধুনিক হিন্দী কবিতাৰ সাহিত্য সাধন কৰি হিন্দী সাহিত্যৰ প্ৰসাৰতাত বৰঙণি যোগাইছে।





# সমালোচনাত ঐতিহাসিক ভাৰতীয় সাহিত্য

—কমল পাঠক

এটা জাতিৰ সাহিত্য সৃষ্টি বুলিলে বুজিবই লাগিব, তাৰ সমালোচনা নিশ্চয় আছে। অকল সাহিত্য সৃষ্টিৰ বিশেষত্ব একো নাই যদি ই সমালোচনাৰ বিষয়বস্তু নহয়। বিভিন্ন জাতিবিলাকৰ সাহিত্য সৃষ্টিৰ লগতে সেই সেই সাহিত্যৰ সমালোচনা বৰ্ত্তমান। সমালোচনাও এক বিশেষ ৰকমৰ সাহিত্য যি সাহিত্যই সাহিত্যক জাৰি-জোকাৰি এক প্ৰকৃত ৰূপত গঢ় দিয়ে। সমালোচনাৰ জন্মটো এটা ভাবিবলগীয়া পৰ্য্যায়ৰ বুলিলে হয়তো ভুলেই কৰা হব। কাৰণ সাহিত্য যেনেকৈ এটা প্ৰাকৃত সৃষ্টি, সমালোচনাও ঠিক তেনেই। কিছুমানে হয়তো কব খোজে সাহিত্যৰ মৌলিকতা নিজা থাকিলেও সমালোচনাৰ কেৱল পৰবৰ্ত্তী সাহিত্যৰ ওপৰতহে স্থিতি। অৱশ্যে বিশেষ ভাৱে চাবলৈ গলে ইয়াকো সৃষ্টি মানুহৰ স্বজ্ঞানৰ ওপৰতেই। কাৰণ এজনৰ সাহিত্য বিষয়ৰ কোনো এটা তথ্যৰ সুবিবেচনা কৰাটোৰ প্ৰয়োজনীয়তা হঠাতেই আহি পৰে। সচৰাচৰ ঘটি থকা ঘটনাবিলাকৰ ৰূপান্তৰটো সাধাৰণৰ চকুত বিশেষ একো নহ'লেও সমালোচকৰ চকুত ই এটা ভাবিবলগীয়া সমস্যা। ঘটনাটোৰ আঁতি-গুৰি ক'ত, ই কি বিচাৰিবলৈ গৈছে, লাগে কি, তাৰ পাচত কি কৰিব বা শেহান্তৰৰ থাপ-টোৰেই কেনেদৰে নিৰূপণ হ'বগৈ, Criticৰ অন্তৰত সদায় সেই ভাবেই তোলপাৰ লগাই থাকে। তাকে কাটি-কুটি কোন প্ৰকাৰে গ'লে পুনৰ সুবিধা দৰত পৰিবগৈ, ই মাথোন তেওঁলোকৰ বিচাৰৰ ভিতৰত। সাহিত্যৰ শ্ৰীবৃদ্ধি সাধনত অৱশ্যে তেওঁলোকৰ সিমান ৰূগজ্ঞান নাই। কেৱল ঘটি যোৱা ঘটনাবিলাকৰ সত্যা-সত্য বিচাৰ কৰি তাৰ মূলটো উঘুৰিয়াই ধৰি সমাজৰ চকুত পৰিষ্কাৰকৈ দাঙি ধৰাটো তেওঁলোকৰ কৰ্ত্তব্য, তাতেই তেওঁলোকৰ কৃতিত্ব। সাহিত্যিকক থকা-সৰকাকৈ খুচি বধ কৰিবলৈ যোৱাটো অৱশ্যে সমালোচকৰ কৰ্ত্তব্যৰ ভিতৰত হোৱাটো উচিত নহয়। নিৰপেক্ষ ভাৱে থাকি অথচ প্ৰকৃত জ্ঞানৰ পৰিচয় দি প্ৰত্যেককে সন্তুষ্ট ৰাখিবলৈ যত্ন কৰাটোহে বিধেয়।

সাহিত্যৰ বুৰঞ্জী পৃথিৱীৰো বুৰঞ্জী। জাতিৰ সাহিত্যৰ অন্তৰালত এটা বিৰাট সমালোচনা গ্ৰন্থাৱলীও যে আছে তাক আগতেই কোৱা হৈছে। এই কাৰণেই সমালোচনা যে কিমান প্ৰয়োজনীয় এটা সাহিত্যৰ লগৰীয়া বস্তু তাক সহজেই অনুমান কৰিব পৰা যায়। সমালোচনাই এটা বিৰাট সাহিত্যিক দল গঢ়ি তোলে।

ভাৰতীয় সাহিত্যৰ জন্মৰ বিষয়ে অলপমান গণ্ডগোলীয়া এটা অৱস্থা আছে। কিন্তু ই ঠিক যে বৈদিক যুগৰে পৰা ইয়াৰ সৰবৰহী অৱস্থা বৰ্ত্তমান। ভাৰতীয় সাহিত্যতো সমালোচকৰ এটা শক্তিশালী দল অতীতৰ পৰাই আছে। হয়তো অন্ততঃ ৫০০ খৃঃ পূঃৰ পাচৰ সংস্কৃত সাহিত্যৰ উদ্ভৱ সমালোচকৰ দলটোৱেই গঢ়ি তুলিলে। প্ৰাচীন ভাৰতৰ প্ৰধান সমালোচকৰ লিষ্টিত জ্যেষ্ঠহিচাবে মহামুনি ভৰতেই শ্ৰেষ্ঠ স্থান লৈ আছে। ভৰত নিজেই এজন ডাঙৰ সাহিত্যিক আৰু Critic সাহিত্যৰ সমালোচনাৰ তেতিয়া নাম আছিল অলঙ্কাৰ-শাস্ত্ৰ বা সাহিত্য-শাস্ত্ৰ। ভৰতে সমালোচনাৰ এটা ধাৰা প্ৰবৰ্ত্তন কৰিছিল হয়, কিন্তু তাৰো আগতে বৈদিক ভাৰতত এনে অৱস্থা এটা থকাটো নিতান্তই সম্ভৱ।

তিনি বেদৰ স্বৰ-তাল-মান আদি লক্ষ্য কৰিলে তাকেই প্ৰকাশ কৰিবৰ যথেষ্ট থল আছে। উঁই হাফলু মুৰত উঠা, বাল্মিকীয়েও শতেকবাৰ ৰামায়ণত তাৰ স্পষ্টতা নিৰ্দ্দেশ কৰি দিছে। এটা যে নিৰ্দ্দিষ্ট Standaredত ভাৰতীয় সাহিত্যৰ সমালোচনা স্থিতি হৈ আছিছে, ই এটা নিগূঢ় সত্য। চিৰিয়েল এটা সমালোচনাৰ ধাৰা মহামুনি ভৰতৰে পৰা সপ্তদশ শতাব্দীৰ তেজস্বী লিখক পণ্ডিতৰাজ জগন্নাথলৈকে বিশেষভাৱে গঢ়ি উঠিছিল। তেওঁলোকৰ ধাৰাটোক আঁঠটা ভাগত ভগাব পাৰি। সেইবিলাকৰ ৰীতি (diction) বিলাক মন কৰিবলগীয়া। তীব্ৰ সমালোচনাত সাহিত্যৰস এটা গবেষণাৰ বস্তু। আনন্দবৰ্দ্ধন, অভিনৱগুপ্ত আদি প্ৰসিদ্ধ Critic সকলৰ আত্মা ধ্বনি ( Suggestion) সূক্ষ্ম বিচাৰ্য্যৰ বিষয়।

এটা কথা। ৰস কি? সাহিত্যৰ ৰস মানে সমালোচনাৰো ৰস। কাব্যিক পন্থাত লিখিত সকলোবোৰ অতীতগ্ৰন্থ, সাহিত্য ৰস বৰ্ত্তমান। ভৰতে কৈছে,—নাহি ৰসাদৃতে কশ্চিদপি অৰ্থ প্ৰবৰ্ত্ততে। তেতিয়া হ'লে ৰস নহলে একোৱেই মানুহৰ উদ্দেশ্য সাধন কৰিব নোৱাৰে। 'অভিনৱ ভাৰতী'ৰ লিখক অভিনৱ-গুপ্তয়ো 'কাব্যাৰ্থ্যাখ্যা ৰসাঃ' স্বীকাৰ কৰিছে। কাশ্মীৰৰ মণ্টটি ভট্টয়ো এই বিষয়ত একমত। এটা কথা বিশেষ ভাৱে মনত ৰাখিবলগীয়া এই যে ৰসস্পৃষ্ট সাহিত্যত হয় দুখক্লিষ্ট তাপিত অন্তৰবোৰক শাঁত কৰিবলৈ, নহয় শিক্ষা দিবলৈ, মত প্ৰচাৰ কৰিবলৈ। ই এটা ভাৰতীয় সাহিত্যৰ· স্বতসিদ্ধঃ মত। সমালোচনাই দ্বিতীয়টো কেতিয়াও বিচাৰ নকৰে। এই কাৰণেই ইংৰাজীত ইয়াক aesthetic pleasure বোলা হৈছে। ভাৰতীয় সাহিত্যত ৰসেই প্ৰধান ভাৱে ঠাই পাইছিল। সাহিত্যত এই ৰসবোধ এটা বাস্তৱতাৰ দৰেই। ৰসৰ বিহিনে ভাৰতত সাহিত্য, সাহিত্য নহয়, ই এটা শুকান পদাৰ্থ। সমালোচনাৰ সমালোচকেও এই সাহিত্য ৰসৰ ওপৰত পৰ্য্যাপ্ত পৰিমাণে বিশেষত্ব নিৰ্ভৰ কৰিছে। নহলে ভাৰতীয় দাৰ্শনিকৰ চকুত সাহিত্যৰ ৰূপ ক'ত, সমালোচনাৰেই বা গভীৰতা কোনখিনিত! সাহিত্যৰ ৰসৰ ওপৰত ইমান জোৰ দিয়াৰ মূলতেই হ'ল ৰসহীন সাহিত্য, সাহিত্য নামৰ উপযোগী নহয়। সমালোচকৰ সহিত্যত প্ৰথমবিষয় বস্তু হ'ল ৰস, নহলে সমালোচনাই ঠাই পাবলৈ অলপ মস্কিলত পৰিব লাগিব। ৰসৰ সমা-লোচনা ক্ষেত্ৰত ভট্টলোল্লট, শ্ৰীশঙ্কুক আৰু ভট্টনায়ক এই কেইজনে যথেষ্ট ব্যাখ্যা দিছে। কিন্তু তেওঁলোকৰ মতটো সন্তোষজনক নোহোৱাত ভৰতৰ মতটোৱেই স্থায়িত্ব লাভ কৰিলে।

সাহিত্যৰ নৱৰসৰ বাহিৰেও আৰু একুৰি তেৰটা ভাব আছে। সিও ৰসৰ ভিতৰতে। ভাৰতীয় সাহিত্যত অৱস্থান লাভ কৰা প্ৰত্যেক ৰসবিলাকৰ যোজনাটো বৰ উপাদেয়। 'ভাব' আৰু 'বিভাব'ৰ সংযোজনা ভাৰতীয় সাহিত্যত যে কেনে নিখুটভাৱে হৈছে, তাক ভাবি আচৰিত হ'ব লাগে। কাৰ্য্যবিলাক হ'ল 'ভাব' আৰু কাৰ্য্য কৰিবলৈ যি যি সমলৰ দৰকাৰ সি হ'ল 'বিভাব'। ৰাৱণৰ অশোকবনত থাকি সীতাৰ নিশ্চয় ভয় লাগিলেও ভালো লাগিছিল নিশ্চয়। সত্যবানৰ মৰাশটো আগত থকাৰ কাৰণেই শোকভাৱে সাবিত্ৰীক ভীষাণাকৃতি যমৰ ৰাজদণ্ডৰ ওচৰত বাৰে-বাৰে ভিক্ষা কৰিবলৈ উদগাই দিছিল। মনোৰম ফুলনি, পূৰ্ণিমাৰ শুভ্ৰ জোনাক, অভিন্ন হৃদয়ৰ প্ৰিয়জনৰ ওচৰত থকাটোৰ গতিশীলতা অৱস্থা ভুক্তভোগীজনে ভালকৈ অনুভৱ কৰিব পাৰে। ভাৱৰ অভিব্যক্তি environmentৰ দ্বাৰা কেনেভাৱে পৰিলক্ষিত হৈছে, ভাবিবলগীয়া। এইবিলাক একোটা ভাৰতীয় সাহিত্যৰ বিশেষ বিশেষ লক্ষণ। ভাৰতীয় সাহিত্যই চৰিত্ৰবিলাকক একোটা সাধাৰণ (Common) চৰিত্ৰত প্ৰকাশ কৰিবলৈ সদায়

চেষ্টা কৰে। কিন্তু যিয়ে হওক, শেষত এটা আনন্দ প্ৰত্যেকতে উপলব্ধি কৰিব পাৰি। ৰসবোধ এটা আস্বাদযোগ্য ৰসত পৰিণত হোৱাতো নিশ্চয় উচিত। ভাৰতীয় সাহিত্যই তাক দিছে। এনেকুৱা হোৱাৰ পাচত পাঠকৰ অন্তৰৰ চঞ্চলতা আঁতৰি গৈ ৰসাস্বাদনত তন্ময়তা আহি পৰে আৰু শান্তি আহে। ভাৰতীয় সাহিত্যৰ সমালোচকসকলে সমালোচনা কৰিবলৈ গৈ তাক সংবিদ্বিশ্ৰান্তিঃ' আখ্যা দিছে। Aristotleৰ এষাৰ কথা মনত পৰে— Its ( Arts ) ends is pleasure' কথাটো মিছা নহয়। ভাৰতীয় সাহিত্যৰ বিচাৰ কৰিবলৈ গৈ আমাৰ সমালোচক মণ্ডলীয়ে কেৱল আনন্দটোহে দেখিবলৈ পাইছে। অনুসন্ধিৎসুসকলে এই কথা সত্যই স্বীকাৰ কৰিবলৈ বাধ্য হ'ব। ভয়, শোক, দুখ আদিৰ প্ৰশ্ন পাছতহে ওলোলে। ক্ৰোচে কিজানি সেই কাৰণেই কৈছে যে ভাৰতীয় সমালোচকৰ সমালোচনাত aesthetic pleasure ৰেই সম্পূৰ্ণভাৱেৰে থাকি সেই সমালোচনাবিলাক জগতৰ সাহিত্যৰ বুৰঞ্জীত এটা বিশেষ ধৰণৰ পৰ্য্যায়ত পৰি আছে। সমালোচকসকলৰ সমালোচনাত মাথোন— ই চিত্তৰ বিশ্ৰান্তি জাত দেশ-কাল পাত্ৰ-নিৰপেক্ষ ব্যাপকভাৱে (universally) আস্বাদ কৰা আনন্দ মাত্ৰ।' দুখ-বেজাৰৰ অনুভূতিৰ গোন্ধ তাত নাই। ভাৰতৰ সংস্কৃত সমালোচকসকলে নটা ৰসৰ অৱতাৰনাটো তালৈকে মানে। কিন্তু সমালোচক তাতেই ক্ষান্ত নাথাকিল। পাচৰ যুগত ভক্তি, সৌখ্য, স্নেহ, বাৎসল্য, প্ৰেণয়া আদি আৰু কেইটামান যোগ কৰি তাৰ বিস্তাৰ যথেষ্ট পৰিমাণে বহন কৰিলে। স্থূলভাৱে চোৱাটোৱেই সমালোচক সকলৰ কাম। ভক্তি ৰসটোৰ বিষয়ে অৱশ্যে মতভেদ বহুতৰেই আছে। ৰূপ গোস্বামীয়ে ইয়াক "ৰসৰ ৰজা" আখ্যা দিবলৈও নেৰিছিল। মাধৱ পুৰুষে হয়তো সিকাৰণেই 'ৰসময়ী ভকতি' ৰচনা কৰিছিল। যাহক উপযুক্ত স্থায়ীভাৱ নথকাৰ হেতুকেই অভিনৱ আদি বিখ্যাত সমালোচকসকলে ইয়াক ৰস বুলিবলৈ অস্বীকাৰ কৰিছে। ভগবানৰ কাল্পনিক ৰূপৰ মানসিক ৰূপটো ভক্তিৰ স্থায়ী ভাৱ হ'লে, ই স্থায়ীভাৱৰ প্ৰকৃত সূত্ৰ ( definition )ৰ ওপৰত নপৰে।

ভাৰতীয় সাহিত্যৰ ৰসপ্ৰবাহ সমালোচকৰ চকুত এটা বিশেষ ধৰণৰ ক্ৰিয়া। ভাৰতবাসী প্ৰত্যেকেই যাক লৈ বলীয়ান হৈ উঠিছিল, সেই সাহিত্য ৰসৰ প্ৰভাৱে পৃথিৱীৰ জাতিৰ সাহিত্যৰ বুৰঞ্জীত এটা মচিব নোৱাৰা চেকা থৈ গ'ল। ভাৰতীয় সমালোচকসকলে তাকেই ৰূপ সানি পৃথিৱীৰ সৌন্দৰ্য্য বিজ্ঞান শাস্ত্ৰলৈ (Aeatherics) এটা অমূল্য দান দি থৈ গৈছে। ভাৰতীয় সাহিত্যৰ ৰসসৃষ্টিৰ আধ্যায়টোত ভাৰতীয় সমালোচকসকলৰ এক অপূৰ্ব্ব সমন্বয় ঘটিছে।



চেষ্টা কৰে। কিন্তু যিয়ে হওক, শেষত এটা আনন্দ প্ৰত্যেকতে উপলব্ধি কৰিব পাৰি। ৰসবোধ এটা আস্বাদযোগ্য ৰসত পৰিণত হোৱাতো নিশ্চয় উচিত। ভাৰতীয় সাহিত্যই তাক দিছে। এনেকুৱা হোৱাৰ পাচত পাঠকৰ অন্তৰৰ চঞ্চলতা আঁতৰি গৈ ৰসাস্বাদনত তন্ময়তা আহি পৰে আৰু শান্তি আহে। ভাৰতীয় সাহিত্যৰ সমালোচকসকলে সমালোচনা কৰিবলৈ গৈ তাক সংবিদ্বিশ্ৰান্তিঃ' আখ্যা দিছে। Aristotleৰ এযাৰ কথা মনত পৰে— Its ( Arts ) ends is pleasure' কথাটো মিছা নহয়। ভাৰতীয় সাহিত্যৰ বিচাৰ কৰিবলৈ গৈ আমাৰ সমালোচক মণ্ডলীয়ে কেৱল আনন্দটোহে দেখিবলৈ পাইছে। অনুসন্ধিৎসুসকলে এই কথা সত্যই স্বীকাৰ কৰিবলৈ বাধ্য হ'ব। ভয়, শোক, দুখ আদিৰ প্ৰশ্ন পাছতহে তোলে। ক্ৰোচে কিজানি সেই কাৰণেই কৈছে যে ভাৰতীয় সমালোচকৰ সমালোচনাত aesthetic pleasure বেই সম্পূৰ্ণভাৱেৰে থাকি সেই সমালোচনাবিলাক জগতৰ সাহিত্যৰ বুৰঞ্জীত এটা বিশেষ ধৰণৰ পৰ্য্যায়ত পৰি আছে। সমালোচকসকলৰ সমালোচনাত মাথোন— ই চিত্তৰ বিশ্ৰান্তি জাত দেশ-কাল পাত্ৰ-নিৰপেক্ষ ব্যাপকভাৱে (universally) আস্বাদ কৰা আনন্দ মাত্ৰ।' দুখ-বেজাৰৰ অনুভূতিৰ গোন্ধ তাত নাই। ভাৰতৰ সংস্কৃত সমালোচকসকলে নটা ৰসৰ অৱতাৰনাটো ভালকৈ মানে। কিন্তু সমালোচক তাতেই ক্ষান্ত নাথাকিল। পাচৰ যুগত ভক্তি, মৌল্য, স্নেহ, বাৎসল্য, প্ৰেণয়া আদি আৰু কেইটামান যোগ কৰি তাৰ বিস্তাৰ যথেষ্ট পৰিমাণে বহন কৰিলে। সূক্ষ্মভাৱে চোৱাটোৱেই সমালোচক সকলৰ কাম। ভক্তি ৰসটোৰ বিষয়ে অৱশ্যে মতভেদ বহুতৰেই আছে। ৰূপ গোস্বামীয়ে ইয়াক "ৰসৰ ৰজা" আখ্যা দিবলৈও নেৰিছিল। মাধৱ পুৰুষে হয়তো সিকাৰণেই 'ৰসময়ী ভকতি' ৰচনা কৰিছিল। যাহক উপযুক্ত স্থায়ীভাৱ নথকাৰ হেতুকেই অভিনৱ আদি বিখ্যাত সমালোচকসকলে ইয়াক ৰস বুলিবলৈ অস্বীকাৰ কৰিছে। ভগবানৰ কাল্পনিক ৰূপৰ মানসিক ৰূপটো ভক্তিৰ স্থায়ী ভাৱ হ'লে, ই স্থায়ীভাৱৰ প্ৰকৃত সূত্ৰ ( definition )ৰ ওপৰত নপৰে।

ভাৰতীয় সাহিত্যৰ ৰসপ্ৰবাহ সমালোচকৰ চকুত এটা বিশেষ ধৰণৰ ক্ৰিয়া। ভাৰতবাসী প্ৰত্যেকেই যাক লৈ বলীয়ান হৈ উঠিছিল, সেই সাহিত্য ৰসৰ প্ৰভাৱে পৃথিৱীৰ জাতিৰ সাহিত্যৰ বুৰঞ্জীত এটা মচিব নোৱাৰা চেকা থৈ গ'ল। ভাৰতীয় সমালোচকসকলে তাকেই ৰূপ সানি পৃথিৱীৰ সৌন্দৰ্য্য বিজ্ঞান শাস্ত্ৰলৈ (Aeatherics) এটা অমূল্য দান দি থৈ গৈছে। ভাৰতীয় সাহিত্যৰ ৰসসৃষ্টিৰ আধ্যায়টোত ভাৰতীয় সমালোচকসকলৰ এক অপূৰ্ব্ব সমন্বয় ঘটিছে।



গান্ধীজীৰ দুটি ধাৰা

# ৰাজনীতি আৰু অৰ্থনীতি

—ভবেশচন্দ্ৰ শইকীয়া

স্বাধীনতাৰ পিচত এজন সাম্প্ৰদায়িকবাদী উদ্ধত ভাৰতীয় ডেকাৰ হাতত মহাত্মাৰ মৃত্যু ঘটে। এজন ভাৰতীয় ডেকাৰ হাতত মহাত্মাৰ মৃত্যু ঘটা কথাটো ভাৰতবাসীৰ কাৰণে সচাকৈয়ে এটা অগৌৰৱ; এটা শোচনীয় অৱনতি। মহাত্মা গান্ধীৰ কাৰণে এদিন মৰণ নিজেই আহিলহেঁতেন; তথাপিও এজন ভাৰতবাসীৰ হাততে তেওঁ জীৱন লীলা সামৰিব লগা হোৱাটো সচাকৈয়ে ভাৰতীয়ৰ কাৰণে শোকলগা কথা।

মৃত্যুৱে মানুহৰ স্মৃতি বিলুপ্ত কৰিব নোৱাৰে। মহাত্মা গান্ধী যদিও আমাৰ মাজৰ পৰা আঁতৰি গৈ, আমি নজনা কোনো এখন পৃথিৱীত থিত ললেগৈ; তথাপিও তেওঁ আমাক যি দি গ'ল পৃথিৱীত যি থৈ গ'ল— সেইবিলাকেই তেওঁৰ গৰিমা সৌৰবাৰ প্ৰধান বাহন হৈ পৰিছে। জীৱিত কালত মানুহে মহামানৱ সকলৰ মতবাদ গ্ৰহণ কৰিবলৈ বা অনুভৱ কৰিবলৈ টান পায় কিন্তু মৃত্যুৰ পিছত মহামানৱ সকলৰ মতবাদ মানুহৰ অন্তৰত শিলৰ আলিৰ দৰে যুগমীয়াকৈ থিত লয়। গান্ধীজীয়ে এই সমন্ধে নিজেই কৈছিল—"মোৰ নশ্বৰ দেহা যেতিয়া ভস্মীভূত হব, তেতিয়াহে মোৰ কামৰ বিচাৰ কৰা সম্ভৱ হব।"

গান্ধীজীৰ মতবাদ সমন্ধে বহুতৰেই বহুত সময়ত বহু ধৰণৰ মতানৈক্য থাকিব পাৰে; কিন্তু সেই বিলাকত ঐতিহাসিক মূল্য নাই বুলি কোনেও কব নোৱাৰে। সাম্ৰাজ্যবাদী সকলৰ দ্বাৰা দলিত এখন দেশত তেওঁ যিবোৰ কাম কৰি গ'ল সেইবোৰ প্ৰগতিশীল নহয় বুলি কোনেও কব নোৱাৰে। তেনে কৰ্ম্ম পন্থা নিশ্চয় ভাৰতৰ তেনে সামাজিক পৰিস্থিতিৰ মাজত প্ৰয়োজ্য আছিল। চমু কথাত কবলৈ গলে গান্ধীজীৰ যোগেদিহে ভাৰতবাসীৰ ইচ্ছাবোৰ প্ৰকাশ হৈছিল।

গান্ধীজীৰ প্ৰচাৰিত যি মতবাদ সি সম্পূৰ্ণ ভাৰতীয়। সি নৈতিক ভেটিৰ ওপৰত প্ৰতিষ্ঠিত। গান্ধীজীৰ মতবাদবোৰ ভাৰতীয় মনোবৃত্তিৰ প্ৰতিবিম্ব মাথোন— সেই কাৰণেই গান্ধীজীয়ে ভাৰতৰ অভিব্যক্তি হৈ ৪০ কোটি জনতাৰ নেতৃত্ব গ্ৰহণ কৰিবলৈ সক্ষম হৈছিল।

গান্ধীজীৰ মতবাদৰ লগত প্ৰাচীন ভাৰতৰ মহামানৱ সকলৰ মতবাদৰ যথেষ্ট পাৰ্থক্য দেখিবলৈ পোৱা হয়। গান্ধীজীৰ দৰ্শনৰ বিষয় বস্তু আছিল পৃথিৱীৰ সমূহ সমস্যাবোৰ কিন্তু প্ৰাচীন কালৰ মহামানৱ সকলে বোধকৰো ৰাজনীতিৰ মেৰপাকত সোমোৱা নাছিল। গান্ধীজীৰ ব্ৰত আছিল ভাৰতৰ তথা মানৱ জাতিৰ জটিল সমস্যাবোৰ সমাধান কৰা। গান্ধীজীয়ে এই সমস্যাবোৰৰ সমাধান বিচাৰে অহিংসাত্মক বিপ্লৱৰ যোগেদি। গান্ধীজীৰ প্ৰচাৰিত অহিংসা নতুন মতবাদ নহয় ই ভাৰতৰ প্ৰাচীন মতবাদ। এই অহিংসা মতবাদৰ নতুন ৰূপ দিয়ে ভগবান বুদ্ধই। বুদ্ধৰ মূলসত্য চাৰিটা—(১) পৃথিৱীত দুখ আছে, (২) দুখৰ কাৰণ আছে, (৩) দুখৰ অন্তও আছে, (৪) এই দুখৰ পৰা উদ্ধাৰ পাবলৈ উপায় আছে, সেয়েই হৈছে অহিংসা

আৰু আত্মসংযম। এই মতবাদেই আছিল গান্ধীজীৰ জীৱনৰ মূল মন্ত্ৰ। বুদ্ধৰ মূল সত্য চাৰিটাক ৰূপায়িত কৰিছে মাথোন গান্ধীজীয়েহে।

যদিও গান্ধীজী সত্য আৰু ধৰ্ম্মৰ প্ৰতি অনুৰক্ত তথাপি সত্যাৰ্থী গান্ধীজীক ৰাজনীতিৰ ফালে মন দিয়াও দেখা যায়, কাৰণ উদ্দেশ্য সাধন কৰিবলৈ হলে মানুহে জীৱনৰ কোনো ক্ষেত্ৰৰ পৰা আঁতৰত থাকিব নোৱাৰে। সেই কাৰণেই গান্ধীজীয়ে ধৰ্ম্মক ৰাজনীতিক ধৰ্ম্মৰ অঙ্গ হিচাবে লৈছিল। গান্ধীজীয়ে ধৰ্ম্ম মানে কোনো সাম্প্ৰদায়িক মত বুলি মানি লব নোখোজে; যি মত নৈতিক ভেটিৰ ওপৰত প্ৰতিষ্ঠিত, সত্যৰ ওপৰত প্ৰতিষ্ঠিত গান্ধীজীৰ কাৰণে সেয়েই হ'ল ধৰ্ম্ম। গান্ধীজীৰ এই মতবাদে পৃথিৱীৰ জাতি বৰ্ণ নিৰ্ব্বিশেষে দৃষ্টি আকৰ্ষণ কৰিব পাৰে।

মহাত্মা গান্ধীয়ে ভাৰতবাসীক প্ৰগতিশীলতাৰ বাটত খোজ লবলৈ শিকালে জাতীয়তাবাদেৰে। এই জাতীয়তাবাদেই গান্ধীজীৰ ৰাজনীতিৰ মূলমন্ত্ৰ। গান্ধীজীয়ে এই জাতীয়তাবাদ শিকাইছিল, ভাৰতবাসীতথা বিশ্ব মানৱক। এটি দলিত জাতিৰ পুনৰুত্থানৰ সময়ত জাতীয়তাবাদে যি বৈপ্লবিক শক্তি যোগায় তাক বন্দুক সঙ্গীনৰ চমকনিয়ে আঁতৰ কৰিব নোৱাৰে। গান্ধীজীৰ এই মতবাদত বিশ্বাস আছিল কাৰণেই স্বাধীনতাৰ আন্দোলনৰ সময়ত ভাৰতবাসীক জাতীয়তাবাদী শিক্ষা দি সজাগ কৰি তুলিছিল। গান্ধীজীৰ এই জাতীয়াবাদৰ পৰিচয় পোৱা হয় কাশী হিন্দু বিশ্ববিদ্যালয়ত। গান্ধীজীয়ে এই বিশ্ববিদ্যালয়ৰ এখন সভাত ইংৰাজীত বক্তৃতা দিব লগীয়া হোৱাত দুখীত হৈ পৰিছিল।

মাৰ্ক্সীয় মতবাদৰ লগত গান্ধীজীৰ মতবাদৰ যথেষ্ট পাৰ্থক্য দেখা পোৱা হয়। তথাপি দুয়োজনৰ উদ্দেশ্যই হৈছে সমাজক পৰিবৰ্ত্তনৰ মাজেদি আগুৱাই নিয়া। গান্ধীজীয়ে সমাজৰ অসমতা নাইবা সমাজৰ চিৰাচৰিত প্ৰথাক স্বীকাৰ নকৰে। সেই কাৰণেই গান্ধীজীক প্ৰতিক্ৰিয়াশীল বুলিব নোৱাৰি। মাৰ্ক্সবাদী সকলে "Revolution of the social values" স্বীকাৰ কৰে, কিন্তু গান্ধীজীৰ হিংসাত্মক নীতিৰ ওপৰত বিশ্বাস নাই।

গান্ধীজীৰ ৰাজনীতিত নমাৰ উদ্দেশ্য আছিল, ভাৰতক বিদেশীৰ কবলৰ পৰা মুক্ত কৰা আৰু ভাৰতৰ অৰ্থনৈতিক অসমতা দূৰ কৰা। ভাৰতৰ স্বাধীনতা আনয়নৰ আৰু অসমতা দূৰীকৰণৰ প্ৰধান অস্ত্ৰ ৰূপে ললে অহিংসাক। গান্ধীজীয়ে ভাবে অহিংসাত্মক উপায়েৰে যিমান সতকাই মানুহৰ অন্তৰ জয় কৰিব পৰা হয়, সিমান সতকাই হিংসাত্মক উপায়েৰে পৰা নহয়। গান্ধীজীৰ ধাৰণা আছিল যে যদি অহিংসাত্মক বিপ্লৱেৰে ভাৰতৰ স্বাধীনতা আনিব পৰা হয়, তেতিয়াহলে ই গোটেই পৃথিৱীৰেই আদৰ্শ হৈ পৰিব আৰু যুদ্ধকামী পৃথিৱীয়ে অহিংসা মন্ত্ৰত দীক্ষিত হব পাৰিব। গতিকে গান্ধীজীৰ অহিংসা মাথোন শক্তিৰ পৰীক্ষাহে। গান্ধীজীয়ে এই অহিংসা আন্দোলনৰ সমন্ধে নিজেই কৈছে—"গোটেই মানৱ জাতিৰ পাঁচ ভাগৰ এভাগ মানুহৰ বাসভূমি এই ভাৰতে যদি সত্য আৰু অহিংসাৰ দ্বাৰা স্বাধীনতা লাভ কৰে তেনেহলে মোৰ বিশ্বাস গোটেই মানৱ জাতিৰ সেৱাৰ কাৰণে এই এটা শক্তিত পৰিণত হব।"

বহুতেই ক'ব পাৰে যে গান্ধীজীয়ে ইংৰাজলৈ ভয় কৰি ভাৰতত অহিংসা আন্দোলন চলাইছিল। কিন্তু সি একেবাৰে অমূলক কথা। গান্ধীজীয়ে ইংৰাজলৈ ভয় কৰি ভাৰতত অহিংসা আন্দোলন চলোৱা নাই। অহিংসাবাদী গান্ধীজীৰ মৃত্যুৰ কাৰণে ভয় নাই। তেওঁ হিংসাক ঘৃণা কৰে,—সেই কাৰণেই তেওঁ ভাৰতত

হিংসাত্মক আন্দোলন নচলালে। অহিংসাবাদ যে ভীৰুতা নহয় তাক গান্ধীজীয়ে কৈছে—"Cowardice is a thing even more hateful than violence." হিংসাত্মক কাৰ্য্য যে বেয়া। কিন্তু ভীৰুতা হিংসাতকৈও বেছি বেয়া।

গান্ধীজীয়ে ভাবে যে যাৰ সাহস নাই, তেওঁ অহিংস হব নোৱাৰে। সাহসীসকলেহে অহিংসাৰ প্ৰতি অনুৰক্ত হব পাৰে। সেই কাৰণেই গান্ধীজীৰ মতবাদৰ মূল কথা হ'ল সাহস—সেই সাহসেই হৈছে সত্যৰ কাৰণে আত্মবলিদানৰ সাহস।

ক্ষীণ মানুহজনে ভাবতৰ এমূৰৰ পৰা সিমূৰলৈকে অহিংসাৰ যি মহাবাণী শুনাই গ'ল তাক আমি উপলব্ধি কৰিব নোৱাৰিলো। কিন্তু এইটো ঠিক যে হিংসাত্মক নীতিৰ মাজেদি পৃথিবীৰ শান্তি আনিব নোৱাৰি। যিমান দিনলৈকে পৃথিবীত হিংসাত্মক নীতি থাকিব; সিমান দিনলৈকে পৃথিবীৰ শান্তি আহিব নোৱাৰে। হিংসাৰ কাৰণে সৃষ্টি হোৱা মহাসমৰে জাপানৰ যি অৱস্থা কৰিলে বা জাৰ্ম্মানৰ যি অৱস্থা কৰিলে সি সচাঁকৈয়ে শোক লগা। যদিও নাগাচাকিৰ বুকুত কিছুদূৰ শান্তি বিৰাজ কৰিছে; তথাপি আজিও নাগাচাকিৰ বুকুত গেচ আৰু বোমাৰ ধোঁৱা উৰিবই লাগিছে। অকল এয়েই শেষ নহয়, আজিও পৃথিবীৰ বুকুত মহাসমৰ আসন্ন !!

সাম্ৰাজ্যবাদী দেশত অহিংসাত্মক নীতি একেবাৰেই অমূলক কাৰণ সাম্ৰাজ্যবাদী দেশসমূহৰ মাজত পৰস্পৰ খিয়লা-খিয়লি ভাব থকা দেখা যায়। গণতান্ত্ৰিক দেশতহে অহিংসাত্মক মতবাদ দেখা পোৱা হয়। গতিকে যিদিনাই পৃথিবীৰ বুকুত গণতান্ত্ৰিক দেশ গঢ়ি উঠিব; সেই দিনাই পৃথিবীৰ হিংসাৰ মূৰ মৰিব বুলি আশা কৰিব পাৰি।

মাৰ্ক্সিষ্টসকলৰ পুঁজিবাদ নাশ কৰা নীতিৰ লগত গান্ধীজীৰ পুঁজিবাদী নীতিৰ যথেষ্ট পাৰ্থক্য দেখা পোৱা হয়। তথাপি গান্ধীজীয়ে গণতান্ত্ৰিক দেশত পুঁজিবাদ থকাটো কামনা নকৰে। মাৰ্ক্সিষ্টসকলে প্ৰথমে দেশৰ সকলো পুঁজিকেই জাতীয়কৰণ কৰিবলৈ বিচাৰে বিনা ক্ষতিপূৰণেৰে। কিন্তু গান্ধীজীয়ে ভাবে যে যেতিয়াই মানুহৰ নৈতিক উৎকৰ্ষ হব; তেতিয়াই পুঁজিপতি সকলে নিজেই শোষণ কৰিবলৈ এৰি দিব। পোনপটীয়াকৈ চাবলৈ গলে এই মতবাদত কোনো ৰাজনৈতিক যুক্তি নাই তথাপি ইয়াৰ মাজত এটি গূঢ় ভাব সোমাই আছে।

মাৰ্ক্সবাদীসকলে গান্ধীজীৰ যন্ত্ৰ বিৰোধী অভিমতটো মানি লবলৈ টান পায়। গান্ধীজীয়ে ভাবে যে যন্ত্ৰৰ প্ৰচাৰ বৃদ্ধি হোৱাৰ লগে লগেই সমাজত দুটা ডাঙৰ সমস্যাই দেখা দিয়ে—সেয়েই হৈছে অতি উৎপন্ন—( Super production ) আৰু নিবনুৱা সমস্যা। যেতিয়াই যন্ত্ৰৰ প্ৰসাৰতা বাঢ়ি যাব; তেতিয়াই বনুৱাৰ আৱশ্যকতা কমি যাব। তাৰ ফলত সমাজত নিবনুৱা সমস্যা বাঢ়ি যাব। আন হাতেদি যন্ত্ৰৰ প্ৰসাৰতাৰ লগে লগে উৎপন্ন সংখ্যাও বাঢ়ি যাব। ইয়াৰ সমাধান বিচাৰিলে হয় বনুৱাৰ সংখ্যা কমাই দিব লাগিব; নহয় উৎপন্নৰ সংখ্যা কমাই দিব লাগিব। গান্ধীজীয়ে দৰিদ্ৰক ঘিণ কৰিলেও প্ৰাচুৰ্য্যক ভাল চকুৰে নেচায়। এই প্ৰাচুৰ্য্যৰ মাজত মানুহৰ নৈতিক অৱনতি ঘটে বুলি গান্ধীজীয়ে ধাৰণা কৰে। মানুহৰ আহৰিৰ সময় বাঢ়ি যোৱাৰ লগে লগে ব্যক্তিৰ যি নৈতিক অৱনতি ঘটে বুলি মহাত্মাই সন্দেহ কৰে; মাৰ্ক্সিষ্টসকলে তাক অমূলক বুলি ভাবে।

গান্ধীজীৰ কোনো প্ৰতিষ্ঠানগত কথাৰ ওপৰত বিশ্বাস নাই। তেওঁ বিশ্বাস কৰে ব্যক্তিৰ ওপৰত। মাৰ্ক্সিষ্টসকলে ব্যক্তিৰ ওপৰত বেছি প্ৰাধান্য নিদিয়ে। তেওঁলোকে ভাবে যে সমাজৰ উন্নয়নৰ লগে লগে ব্যক্তিৰ

উন্নয়ন এনেই হব। সেইকাৰণেই তেওঁলোকে সমাজ বা সমূহৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰে।

গান্ধীজীৰ মতবাদৰ লগত মাৰ্ক্সিষ্টসকলৰ মতবাদৰ পাৰ্থক্য দেখিবলৈ পাওঁ কিন্তু কোনো দলকেই আমি প্ৰতিক্ৰিয়াশীল বুলি কব নোৱাৰো।

এইবাৰ আমি গান্ধীজীৰ অৰ্থনীতিৰ চ'ৰাত এভুমুকি মাৰো।

ওঠৰশ' শতিকাত ইংলণ্ডত যেতিয়া যন্ত্ৰৰ প্ৰসাৰ আন্দোলন বৰ প্ৰৱল হৈ পৰে; তেতিয়া গোটেই পৃথিবীৰ বুকুতেই এটি আলোড়নৰ সৃষ্টি হয়। যন্ত্ৰৰ প্ৰসাৰ যিমানেই বাঢ়িবলৈ ধৰিলে সিমানেই উৎপাদন পদ্ধতিৰো পৰিবৰ্ত্তন ঘটিল। তাৰ ফল স্বৰূপেই জগতৰ বুকুত নতুনকৈ পুঁজিবাদে দেখা দিলে আৰু সমাজখন দুটা ভাগৰ ভাগত বিভক্ত হল, সেয়েই হ'ল মালিক আৰু মজুৰ ভোগী সাধাৰণ বনুৱা। মালিক সকল যন্ত্ৰৰ গৰাকী হোৱাত অজস্ৰ টকাৰ মালিক হৈ পৰিল আৰু মজুৰ ভোগী সাধাৰণ বনুৱাসকলে নিজস্ব-হীন হৈ পৰিল। এই যন্ত্ৰৰ আন্দোলনে দেশত উৎ-পাদনৰ মানওৰ উন্নতি সাধন কৰিলেও, দেশত এটি নতুন শ্ৰেণীৰ লোকৰ সৃষ্টি কৰিলে—সেইয়েই হৈছে বুভুক্ষা, অৰ্দ্ধাহাৰী, অনাহাৰী জনতা। এই পুঁজিবাদী পক্ষই শোষণৰ এটি নতুন পথ উন্মোচন কৰি দিলে।

লাহে লাহে এই শোষণ নীতি বৰ ক্ষিপ্ৰতাৰে আগ বাঢ়িবলৈ ধৰিলে। এই শোষণনীতিৰ অবসান ঘটাবলৈকে দুজন মনীষীৰ আৰ্বিভাব হয় কাৰ্ল মাৰ্ক্স আৰু এঞ্জেলচ তেওঁলোকৰ যুগ্ম প্ৰচেষ্টাই পৃথিবীৰ বুকুৰ এটি নতুন আৱহাওৱা সৃষ্টি কৰি দিলে। তেওঁ-লোকে আন্তৰ্জাতিক শ্ৰমিকসকলৰ মাজত এটি মধুৰ সমন্বয় সৃষ্টি কৰি, মালিকৰ শোষণ আৰু নিৰ্য্যাতনৰ পৰা হাত সাৰিবলৈ উপায় উদ্ভাৱন কৰি শোষিত বনুৱা শ্ৰেণীক মুক্তিৰ যুজঁলৈ আহ্বান কৰিলে।

এই পুঁজিবাদ আৰু শোষণৰ আৱহাওৱাই ভাৰ-তকো নেৰিলে। এই পুঁজিবাদী শোষণে ভাৰতৰ সাধাৰণ শ্ৰেণীৰ প্ৰজাক অভিভূত কৰি পেলালে। এনেতে ভাৰতত মহান ব্যক্তি গান্ধীজীৰ আবিভাৰ হ'ল। তেওঁ ভাৰতত দেখা দিয়া এই পুঁজিবাদী শোষণ নাশ কৰি ভাৰতত "ৰাম-ৰাজ" প্ৰতিষ্ঠা কৰি-বলৈ প্ৰচেষ্টা কৰিলে—সত্যাগ্ৰহৰ যোগেদি। তেওঁৰ সেই মতবাদবোৰ কাৰ্য্যকৰী কৰিবৰ কাৰণেই তেওঁ প্ৰথমে ভাৰতৰ স্বাধীনতাৰ কাৰণে সংগ্ৰাম কৰে। এই স্বাধীনতা সংগ্ৰামৰ লগে লগে তেওঁ অৰ্থনৈতিক মতবাদবোৰো জনসাধাৰণৰ আগত দাঙি ধৰে।

গান্ধীজীৰ যি মতবাদ সি পুথিগত মতবাদ নহয়। তেওঁৰ মতবাদৰ ভেটি আছিল অভিজ্ঞতা খিনি। গান্ধী-জীয়ে নিজৰ মতবাদ প্ৰচাৰ কৰিবলৈ যে কোনো পুথিৰ আশ্ৰয় লোৱা নাই। তেওঁ সেই মতবাদবোৰ ভাৰতৰ বুকুৰ পৰাই আহৰণ কৰিছিল। গান্ধীজীয়ে গোটেই জীৱন সত্যৰ অন্বেষণতেই কটালে। সত্যৰ অন্বেষণ কৰোঁতে কৰোঁতে তেওঁ যি খিনি অভিজ্ঞতা আহৰণ কৰিছিল; সেই খিনিকেই মূল কৰি তেওঁ নিজৰ মতবাদ প্ৰকাশ কৰিছিল।

পুঁজিবাদী সমাজব্যৱস্থা ভাঙি অৰ্থনৈতিক সমতা ৰক্ষা কৰাই গান্ধীজীৰ লক্ষ্য আছিল। প্ৰচলিত সমাজ ব্যৱস্থা, অৰ্থাৎ-পুঁজিবাদী সমাজ ব্যৱস্থা শোষণৰ ওপৰত প্ৰতিষ্ঠিত, হিংসাৰ ওপৰত প্ৰতিষ্ঠিত। হিংসাক এৰি শোষণ হব নোৱাৰে আৰু শোষণক এৰিও হিংসা হব নোৱাৰে। ধনী আৰু দুখীয়াৰ মাজত চিৰচৰিত প্ৰাৰ্থক্য থকা দিনলৈকে সমাজৰ শান্তি প্ৰতিষ্ঠা নহয়। মাৰ্ক্সীয় নীতি অনুযৰি প্ৰকৃত অৰ্থনৈতিক সমতাৰ অৰ্থ-হৈছে,—"শক্তি অনুসৰি কাম কৰা, আৰু আৱশ্যক অনুসৰি গ্ৰহণ কৰে।" (Every body will
according to his ability and

according to his necessacity) নিজৰ আৱশ্যকতাতকৈ বেছি ৰখা গান্ধীজীৰ মতে পাপ। গতিকে গান্ধীজীৰ অৰ্থনৈতিক যি ব্যৱস্থা তাকো আজিৰ যুগৰ লগত খাপ খোৱা বুলি কব লাগিব। সেইফালৰ পৰা চাবলৈ গলে গান্ধীজীও স্বৰূপাৰ্থত সমাজবাদী।

গান্ধীজীয়ে চিৰচলিত কৃষি ব্যৱস্থা সলনি কৰিবলৈ বিচাৰে। তেওঁৰ মতে মাটিৰ মালিক হব লাগে প্ৰকৃত খেতিয়কহে। গান্ধীজীৰ মতে ভাৰতৰ প্ৰাণ হৈছে,—ভাৰতৰ লাখ লাখ গাওঁবোৰ। যেতিয়ালৈকে এই গাওঁবোৰক প্ৰাণৱন্ত ৰূপ দিব পৰা নহয়, তেতিয়ালৈকে ভাৰত আগ বাঢ়িব নোৱাৰে। গান্ধীজীয়ে এই গাওঁবোৰ স্বাৱলম্বী কৰি সমতাৰ ভেটিত সংগঠিত কৰিবলৈ পঞ্চায়ত শাসনৰ কল্পনা কৰিছিল।

গান্ধীজীয়ে জীৱনৰ প্ৰথম ছোৱাত যন্ত্ৰৰ বিৰোধিতা কৰিছিল বুলি ভাবিব পাৰি। কিন্তু পিচত এই মতবাদৰ আমি যথেষ্ট প্ৰভেদ দেখিবলৈ পাওঁ। পিছত তেওঁ যন্ত্ৰ বিৰোধিতা কথাটো এৰি যন্ত্ৰ নিয়ন্ত্ৰণ কথা যাবতহে বেছি জোৰ দিয়ে। তেওঁ কয়,—"মোৰ ইচ্ছা যন্ত্ৰ ধ্বংস কৰাটো নহয়, যন্ত্ৰ নিয়ন্ত্ৰণ কৰাহে।"

বৈজ্ঞানিক নিয়ম প্ৰণালীৰে পৰিচালিত হোৱা কলকাৰখানাৰ ব্যৱহাৰে এফালে মানৱ সমাজৰ যথেষ্ট উন্নতি সাধিছে সচা, কিন্তু আন ফালে ই এটা ডাঙৰ সমস্যাৰ সৃষ্টি কৰিছে। এই যন্ত্ৰ উদ্যোগে শোষণৰ পথ মুকলি কৰিছে। এই শোষণৰ পথৰ মূৰ মাৰিবলৈকে গান্ধীজীয়ে কল কাৰখানাবোৰ ৰাষ্ট্ৰীয় কৰণ কৰিবলৈ বিচাৰে। গান্ধীৰ মতে সমাজৰ এমুঠি মানুহৰ হাতত মালিকী স্বত্ব থকাৰ কাৰণে অৰ্থনৈতিক সমতাৰ মৃত্যু ঘটিছে। গান্ধীজীৰ মতে সমাজৰ এমুঠি লোকৰ হাতত মালিকী স্বত্ব থকাটো মহাপাপ। গান্ধীজীয়ে এই শোষণৰ অৱসান বিচাৰে শান্তিৰ যোগেদি, প্ৰেমৰ যোগেদি,—বিপ্লৱৰ যোগেদি নহয়।

গান্ধীজীয়ে উদ্যোগকৰণ ( Industrialisation ) কৰাতকৈ কুটীৰ শিল্পত হে বেছি গুৰুত্ব আৰোপ কৰিছিল। ভাৰতৰ মূলধন ( Capital ) তাকৰ আৰু জনশক্তি বেছি। গতিকে তাকৰ মূলধন লৈ যন্ত্ৰৰ যোগেদি দেশক উন্নত অৱস্থালৈ নিব পৰাটো অসম্ভৱ। আনহাতেদি যন্ত্ৰৰ প্ৰসাৰতাৰ লগে লগে বনুৱাৰ আৱশ্যকতা কমি যাব আৰু দেশত নিবনুৱা সমস্যাই দেখা দিব। উদ্যোগৰ লগে লগে মানুহৰ আহৰি ওলাব ; জীৱন ধাৰণৰ মানদণ্ডৰ উন্নতি সাধন হব সচা কিন্তু ইয়াক নিয়ন্ত্ৰণ কৰিব নোৱাৰিলে অচল নিবনুৱা সমস্যাই দেখা দিব। যন্ত্ৰকযে নিয়ন্ত্ৰণ কৰিব পৰা হব এই কথা গান্ধীজীয়ে কেতিয়াও নেভাবে।

ভাৰতবৰ্ষ এখন খেতি প্ৰধান দেশ। ভাৰতৰ শতকৰা ৮০ জনেই খেতিৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। ভাৰবতৰ্ষ খেতি প্ৰধান দেশখনত ভাৰতবাসীয় গোটেই বছৰ খেতি নকৰে। বছৰৰ বহুদিন ভাৰতীয় খেতিয়কে এনেয়ে কটায়। এই আজৰি পৰত ভাৰতীয় খেতিয়কে যদি কুটীৰ শিল্পত আত্ম নিয়োগ কৰে, তেতিয়া তেওঁলোকে দৰিদ্ৰতাৰ পৰা বহুত মোচন পাব আৰু আনহাতেদি দেশখন কুটীৰ শিল্পত আগ বাঢ়ি যাব। তেতিয়া আৰু জাতিটো পৰমুখাপেক্ষী হৈ নেথাকে।

গান্ধীজীয়ে জিম্মাদাৰ ( trusteeship ) স্বীকাৰ কৰে। ব্যক্তিগত মালিকী স্বত্বৰ পৰিবৰ্ত্তে গান্ধীজীয়ে এই trusteeship ৰ উদ্ভাৱনা কৰিলে। পুজিবাদী দেশত উৎপাদন যন্ত্ৰৰ মালিক সমাজ নহয় ব্যক্তিহে। সেই ব্যক্তি জনেই উৎপন্ন, নিয়ন্ত্ৰণ আদি কৰে। সমাজবাদী দেশত ব্যক্তিয়ে কল-কাৰখানা পৰিচালনা নকৰে,—কল কাৰখানা পৰিচালনা বা নিয়ন্ত্ৰণ কৰে ৰাষ্ট্ৰই। কিন্তু গান্ধীজীয়ে কল-কাৰখানাৰ পৰিচালনাৰ ভাৰ এজন trusteeৰ হাতত অৰ্পণ কৰিছে। উৎপাদনৰ লাভাংশ trustee জনে নেপায়,—তেওঁ মাথোন এটি নিৰ্দ্দিষ্ট দৰমহাহে পাব।

গান্ধীজীৰ এই অৰ্থনৈতিক মতবোৰক বহুতেই প্ৰতিক্ৰিয়াশীল বুলি কয়। কিন্তু ভালকৈ লক্ষ্য কৰিলে আমি গান্ধীজীৰ মতবোৰক প্ৰতিক্ৰিয়াশীল নুবুলিবও পাৰো। গান্ধীজীয়েও সমাজৰ চিৰাচলিত পুজিবাদী প্ৰথাক স্বীকাৰ নকৰে। সমাজবাদী দেশত পুঁজিবাদ থকাটো তেওঁ পাপ বুলি ভাবে। তেওঁৰ মতে অৰ্থনৈতিক স্বাধীনতা নাহিলে প্ৰকৃত স্বাধীনতা হ'ব নোৱাৰে। এইবোৰৰ কাৰণে আমি গান্ধীজীক প্ৰতিক্ৰিয়াশীল বুলি নকৈ প্ৰকৃত সমাজবাদী সত্যাগ্ৰহী আখ্যা দিব পাৰো।

## গল্পৰ মজলিছ

# আকাশ

গোলাপ খাউণ্ড

"য়োৰপ ঔৰ ভাৰতবৰ্ষ কী আত্মা মেঁ বহুত অন্তৰ হৈ। য়োৰপ কী দৃষ্টি সুন্দৰপৰ পড়তী হৈ; পৰ ভাৰত কী সত্যপৰ। সম্পন্ন য়োৰপ মনোৰঞ্জনকে লিয়ে গল্প লিখে; লেকিন ভাৰতবৰ্ষ কভী ইস আদৰ্শ কো স্বীকাৰ নহী কৰ সকতা। নীতি ঔৰ ধৰ্ম্ম হমাৰে জীৱন কে প্ৰাণ হৈ। ...হমাৰী সভ্যতা পাশ্চাত্য সভ্যতা সে কহীঁ উঁচী হৈ। যথাৰ্থ পৰ নিগাহ ৰখনেৱালা য়োৰপ, হম আদৰ্শবাদিয়ো সে জীৱন-সংগ্ৰাম মে বাজী ক্যো ন লে জায়; পৰ হম অপনে পৰাংপৰগত সংস্কাৰো কা আধাৰ নহী ত্যাগ সকতে। সাহিত্য মেঁ ভী হমে অপনী আত্মা কী ৰক্ষা কৰণী হী হোগা। হমনে উপন্যাস ঔৰ গল্প কা কলেৱৰ য়োৰপ সে লিয়া হৈ, লেকিন হমে ইসকা প্ৰযত্ন কৰণা হোগা কি উস কলেৱৰ মেঁ ভাৰতীয় আত্মা সুৰক্ষিত ৰহে।" —প্ৰেমচন্দ্ৰ।

শোহনিশাৰ সৰল নিস্তব্ধ গলিটোত পেলাই অহা খোজবোৰ এৰি এৰি বুঢ়া অধ্যাপক শ্ৰীপৰমানন্দ চৌধুৰী ঘৰমুখে ঘূৰি আহে। ৰাতি পুৱাবলৈ তেতিয়াও বহুত বাকী। পুৱতিৰ দুৰ্ব্বল শুকতৰাটোৱে হেলনীয়া আকাশ খনত খোপনি পুতিব নোৱাৰি ক্ৰমে পিছলি পৰিব খুজিছে। আৰু তাৰ বিপৰীত অনুপাতত ঈশান কোণটো ক্ৰমাৎ ধৱল দেখা গৈছে। চহৰৰ অৱস্থা অপেক্ষাকৃত ভাবে শান্ত।

পিন্ধি থকা চৰীয়াখনকে গাত মেৰিয়াই, নৈ প্ৰাতঃ ভ্ৰমণৰ পৰা উলটি অহা সেই বৃদ্ধক প্ৰশান্তৰ উপকূলত গোটেই নিশাটো জ্বলবাই ঘূৰি অহা এটা জালোৱাৰ প্ৰতিমূৰ্ত্তি যেন দেখা গৈছিল। বহুদূৰৰ নৈৰ বুকুত ঘনীভূত হোৱা জলীয় ভাপ কিছুমানে স্থিতি বিচাৰি ইফালে সিফালে ঘূৰি ফুৰিছিল।

আন্ধাৰবোৰ পাতল হৈ ক্ৰমে হেৰাই গৈছিল পোহৰৰ বুকুত। স্বাভাৱিক খোজেৰে চৌধুৰী আহি ঘৰৰ ওচৰ পাইহি। বাঁহৰ জপনাখন মেলি তেখেত সোমাই যায়। নতুন শেৱালী ফুল জোপাৰ এটা সজীৱ ঠালত ফুলা ফুল কিছুমান সৰি মাটিত শুই থকা দেখা যায়........সিহঁত শুলে। এদিনৰ বাবে ফুটি এনিশাৰ বাবে সৌৰভ বিয়পাই ৰাতিপুৱাৰ লগে লগে সিহঁত শুই পৰিল। তাজমহলৰ বুকুত থকা হেজাৰ স্বপ্নই পাপৰিৰ বুকুত কান্দি উঠিল উচুপি উচুপি। ফুলনি এখন আছে। শিল্পী প্ৰাণৰ কৃতিত্ব নাই। ফুল ফুটে ছন্দ নাই। জীৱনত তিনিকুৰিটা বছৰৰ দুৰন্ত মুহূৰ্ত্তবোৰ এৰি অহা দৰ্শনৰ বুঢ়া অধ্যাপক পৰমানন্দ চৌধুৰীৰ হয়তো মনত সুকুমাৰ কল্পনাৰ বাবে কোনো অৱকাশ নাছিল।

....কাউৰী এজনী উৰি যায় কাৰো আতিথ্য গ্ৰহণ নকৰাকৈ। তাইৰ কা-কা শব্দটোৱে ট্ৰেডিচনেল ভাঁৱে টোপনিৰ পৰা মানুহবোৰক জগাই তুলিলে। ফেঁচাৰ কুৰুলি আৰু নাই। জলীয় ভাপ আৰু শতকৰা পয়ষষ্ঠী ভাগ অক্সিজেন লৈ পুৱাৰ বতাহজাক তেতিয়াও ব'ব লাগিছে চৌ তুলি তুলি। পুব আকাশৰ সেন্দুৰবোৰ

গলি গলি বিয়পি পৰিছে পূব আৰু উত্তৰৰ মাজৰ এই বিশাল আকাশখণ্ডত।

অধ্যাপকৰ ঘৰৰ মানুহবোৰ সাৰ পাই উঠে। পৃথিৱীখনত এটা মৃদুগুঞ্জন উঠে কাৰো উপলব্ধিক আঘাত নকৰাকৈ। চাকৰ লৰাটো আহি খিৰিকীবোৰ খুলি দিয়েহি। নতুন এটা দিনৰ সূৰ্যৰ পোহৰ আৰু পুৱাৰ কোমল বতাহজাক আশ্ৰয় বিচাৰি কোঠাটোলৈ সোমাই যায়। ঘৰৰ ভিতৰত কাৰ্ব্বন ডাই-অক্সাইডৰ মাত্ৰা বেচি হোৱা বতাহবোৰ হয়তো ওলাই যায় বাহি-ৰলৈ। কোঠাবোৰৰ ভিতৰত এটা মৃদু শান্ত পৰিবেশ।

............মাকে পৰিমলক ধৰি তুলি দিয়ে। আগনিশা সি বৰ আমনি দিলে। তাৰ কাহ, হুমুনিয়া আৰু তাক পৰদিয়া বাকীবোৰৰ বিষাদ— এই আটাই-বোৰ লগ লাগি ৰাতিৰ বতাহখিনিক বিষাক্ত কৰি তুলি-ছিল। পালেংখনৰ একাষে গাৰু এটা দি তাক বেঁকাকৈ শুৱাই দিয়া হল। গোটেই নিশাটোৰ শ্ৰান্তিয়ে তাৰ চকুদুটাত যেন নাচি উঠিছিল। চুলিবোৰৰ মাজেদি অকাই পকাই বতাহবোৰ ঘূৰি ফুৰিছিল। সমুখত থকা খিৰিকীখনেদি তাৰ দুৰ্ব্বল দৃষ্টিটো গুছি গৈছিল কৌণিক ভাৱে। সৰু খিৰিকীখনেদি দেখা বিশাল নীলা আকাশ-খন আৰু তাত উৰি ফুৰা ডাৱৰবোৰ সৰু হৈ ক্ৰমে ৰেটিনাত মাথো এটা বিন্দু হৈছিলহি।

গকুলে অৰ্থাৎ চাকৰ লৰাটোৱে ঘৰখন সাৰি এখন তিতা কাপোৰেৰে চকী-মেজ ইত্যাদি আচবাববোৰ মচি দিলে। তাৰ পিচতে বুদ্ধৰ শ্বেতাভ মৃন্ময় মূৰ্ত্তিটো থোৱা সৰু টেবিলখনত থকা সৰু ফুলদানীটোত কেইপাহ মান ফুল আনি সজাই থলেহি। এইবোৰ কামত সি বৰ অভ্যস্ত। অৰ্থাৎ যান্ত্ৰিক ভাৱে তাৰ মনটোৱে তাক সেইবোৰ কৰোৱায়—তথাপি তাৰ মাজত এটা আকৰ্ষণ আছে। ফুলৰ লগতে অহা পাত কিথিনিৰ পৰা পানীৰ টোপালবোৰ সৰি পৰিব ধৰা অৱস্থাত বঙা জীৱন্ত সূৰ্য্যটোৰ পোহৰবোৰ পৰি বিচ্ছুৰণ হোৱাত এটা অসহ্য সুন্দৰ ৰূপৰ সৃষ্টি হয়। ৰাতিৰ নিয়ৰে ধুই পেলোৱাত খিলিকীৰ সমুখৰ কুন্দলতা জোপা বেছি ধুনীয়া দেখা গৈছে। পোহৰবোৰ সৰকি আহিছে লতাবোৰৰ মাজেদি।

কোঠাটো তেতিয়াও অস্বাভাবিক ৰূপে শান্ত। মাকে গা-ধুৱলৈ যোৱাৰ আগেয়ে মণিয়ে গা ধুই আহে। ৰাতিটোৰ তিনিভাগৰ এভাগহে টোপনিৰ লগত তাইৰ দেখা হৈছিল। তথাপি গাটো ধুই উঠাৰ পাছত তাইক বৰ সজীৱ আৰু স্বাভাৱিক দেখা গৈছিল। পৰিষ্কাৰ বগা কাপোৰখিনিত এটা অসংযত পৰিপাটী। মুকলি চুলিখিনি নিস্পন্দ হৈ পৰি আছে তাইৰ পিঠিত; বুকুৰ আগফালে।

দুৱাৰখন মেলি মণিয়ে গকুলক দেখি কৈ উঠে "ইয়াত কি কৰিছ? যা, বাহিৰৰ ঘৰবোৰ সাৰগৈ আৰু পাৰবোৰক চাউল অলপ ছটিয়াই দেগৈ।" সি নিশব্দে ওলাই যায়।

বহল কোঠাটোৰ বিভিন্ন বস্তুবোৰত বগাবলৈ আৰম্ভ কৰিলে আৰু এঠাইত গৈ সৈনিকৰ পদক্ষেপেৰে ৰৈ পৰিলগৈ তাইৰ চকুৰ দৃষ্টিটো, সেই ঠাইতে আছিল ফুলদানীটো। তাই গৈ ফুলৰ ঠাল কেইটাক জগাই দিয়েগৈ। সিহঁত হয়তো কান্দি উঠিল কেইটোপালমান পানী চকুলোৰ দৰে সৰি পৰিল বুদ্ধৰ মূৰ্ত্তিটোৰ ওচৰত। তাই এনেয়ে চালে। এটা স্বৰ্গীয় হাঁহি মাৰিছে শিলৰ মূৰ্ত্তিটোৱে। এটা অদ্ভুত হাঁহি। মৃত্যুহীন আত্মাৰ চিৰঞ্জয়ৰ প্ৰতীক। য'ত দুখ ক্লেশ নাই, অবসাদ নাই আৰু বহুত নাই। আছে মাথোন মহতী জীৱন প্ৰেম। জৈবিক বাসনাৰ কোনো অভিব্যক্তি নাই। অপৰিমেয় অনুভূতি, বিশাল জীৱন কলাৰ অদ্ভুত প্ৰকাশ।

তাই সেইখিনিৰ পৰা গৈ ড্ৰয়াৰটো খুলি এটা দীঘলীয়া কাগজৰ বাকচ উলিয়ালে। ডাঙৰ আয়নাখনত তাইৰ সদ্যস্নাতা নাৰী সুঠাম দেহটো ছন্দায়িত হৈ উঠিল। সোণৰ মিনাকৰা আঙঠিটোৱে মৰমতে তাইৰ ধুনীয়া সোহাতখনৰ অনামিকাটোক সাবটি ধৰি আছিল। ধূপ কেইডালমান উলিয়াই তাই দানীটোত সৰলগছৰ পাতৰ নিচিনাকৈ সজাই ভুই বাঁহটোৰে কাঠি কেইডাল জ্বলাই দিলে। আটাইকিডাল ধূপৰ পৰা ওলোৱা ধোঁৱাই এটা মিশ্ৰন কুণ্ডলীৰ সৃষ্টি কৰি কোঠাটোৰ ভিতৰত ঘূৰি ঘূৰি হেৰাই যাব ধৰিলে।

পৰিমলে ক্ষীণস্বৰে তাইক মাতি ধূপদানীটো নাকৰ ওচৰত দিবলৈ কলে। নিশব্দে সেইটো লৈ গৈ মণিয়ে তাৰ নাকৰ তলত ধৰিলে। বতাহত ঠেকা খাই কুণ্ডলী-বোৰৰ গতি খেলি মেলি হৈ পৰিল। এটা মধুৰ আবেশত তাৰ ক্ষয় হৈ যোৱা হিয়াখনে "আঃ" বুলি শব্দ কৰি উঠিল।

এনেতে দুৱাৰত এটা শব্দ হল।

মাক গা ধুই আহিল। নিতান্ত আৱশ্যকতাৰ খাতি-ৰত হোৱা গধুৰ পদক্ষেপ আৰু জীৱনৰ বিভিন্ন ক্ষেত্ৰত পোৱা বেদনাৰাশিয়ে ম্লান কৰি তোলা মুখমণ্ডলত মাতৃত্বৰ এটা ভাবলৈ জীয়াই আছে নিজৰ তেজ মাংস দি জন্ম দিয়া একমাত্ৰ পুত্ৰই জীৱনৰ লগত হোৱা মৰণৰ সংগ্ৰাম চাবলৈ। প্ৰত্যেক মুহূৰ্ত্ততে খুলি খুলি খোৱা মৃত্যুৰ ৰাজত্ব কৰা দেহটোক জীৱনটো ঘূৰাই দিবলৈ কৰা এটা ব্যৰ্থ প্ৰচেষ্টাই হয়তো তেখেতকো অতি ক্লান্ত কৰি পেলাইছে। পৰিমলে এনেয়ে মাতে—"মা!" মণিয়ে সোধে, "তই গা ধুলি মা?"

পৰিমলৰ কাষ চাপি মাকে মণিলৈ চাই কয় "চাওঁ ধৰচোন মণি"

দুয়ো পৰিমলৰ কাপোৰবোৰ খুলি ডিষ্টিলড্ ওৱা-টাৰেৰে গাটো মচি দিয়ে আৰু নতুন কাপোৰ কানি পিন্ধাই দিয়ে। বিছনাখনতো নতুন চাদৰ এখন পাৰি দিয়ে। মণিৰ হাতৰ পৰা সিচঁৰিত হৈ পৰা "অ-ডি-ক'লন"ৰ গোন্ধে যেন মুহূৰ্ত্তবোৰ সজীৱ কৰি পেলালে। পৰিমলে শান্ত ভাৱে হাঁহিলে। তাক হঁহা দেখি মণিয়ে সুধিলে "গোন্ধটো ভাল লাগিছে নহয় দাদা।" তাৰ ফালৰ পৰা কোনো উত্তৰ নাহিল।

বেৰৰ ঘড়ীটোত টং টং কৈ সাতটাৰ কোৰ পৰিল। এহাতে ডেটলৰ বটলটো আৰু আনহাতে কাপোৰ সোপা লৈ মণিকা ওলাই যায়।

.........বিৰক্ত হৈ বুঢ়া অধ্যাপক পৰমানন্দ চৌধুৰীয়ে কিতাপবোৰ জপাই দিয়ে। ভয়ানক শক্তি-শালী চশমা জোৰ খুলি তেখেতে এনেয়ে ওপৰলৈ চাই পঠিয়ায়। ঘৰখন মলিয়ন দেখা গৈছে। কমশক্তিৰ বিজুলী বাতিৰ পোহৰত কোঠাৰ চাৰিও কাষে পৰিপাটি ভাৱে সজাই থোৱা দ'ম দ'ম কিতাপৰ আলমাৰিবোৰ কোনোবা প্ৰস্তৰ যুগৰ গুহাৰ নিচিনা অনুমান হয়, আৰু বহল পৃথিবীখনৰ মুকলি বতাহৰ পৰা বিচ্ছিন্ন হৈ সেই গাপমৰা কোঠাটোৰ ভিতৰত এটা শনাহী পোকৰ দৰে সেই পক্ককেশ বৃদ্ধই দৰ্শনৰ নানা কিতাপৰ বিৰাট ভল্যুমৰ মাজত সোমাই থাকি ব্যাখ্যা কৰিব নোৱাৰা প্ৰকাশ কৰিব নোৱাৰা কিবা কিছুমান বিচাৰি ফুৰিছে। আজি সুদীৰ্ঘ ত্ৰিশবছৰ ধৰি দৰ্শনশাস্ত্ৰৰ শিক্ষকতা কৰি অহাৰ ফলত যি এটা নিঃসঙ্গ, অন্তৰ্কেন্দ্ৰিক মনোবৃত্তি গঢ়ি উঠিছে, তাৰ ওচৰত সংসাৰৰ জৈৱিক প্ৰয়োজনীয়তা আৰু সমূহ চিন্তাৰ প্ৰবৃত্তিবোৰ ক্ৰমে দূৰ আৰু দূৰতৰ হৈ পৰিছে।

অৱস্থাৰ সন্ধিক্ষণত পৰি অধ্যাপক চৌধুৰীয়ে নিজৰ একমাত্ৰ পুত্ৰৰ সেই খেহ ৰোগটোৰ কথা, উপযুক্ত বয়স পাৰ হৈ যোৱা স্বত্বেও বিয়া দিব নোৱাৰা গ্ৰেজুৱেট জীয়েকৰ কথা আৰু দুৰ্ব্বহ সংসাৰৰ যন্ত্ৰণাত জুৰুলা

হোৱা নিজৰ পত্নীৰ কথা একেবাৰে পাহৰি পেলায়— পাহৰি পেলায় তেখেতো যে পৃথিবীৰ এজন। কাৰো-বাৰ দেউতাক বা কাৰোবাৰ স্বামী আৰু তেখেতৰ সেই অন্যমনস্কতাৰ চেলু লৈ ভদ্ৰতাৰ মুখা পিন্ধা দৰিদ্ৰতাক দুৰন্ত ৰাক্ষসটোৱে পৰিয়ালটোক গিলি পেলাবলৈ আৰম্ভ কৰিছিল। জীৱন্ত মৃত্যুদূতৰ দৰে যক্ষ্মাৰোগে আহি ঘৰখনত বাঁহ লৈছিলহি।

বুঢাৰ চকুৰ শুকান পাহীৰ স্বপ্নবোৰ কোনোবা কাহানিবাই হেৰাই গৈছিল। হয়তো আঁউসীও নামিছিল কেতিয়াবাই। জ্ঞান আৰু প্ৰতিভাই তেখেতৰ অন্তৰৰ দয়া আৰু মমতাখিনিৰ শোচনীয় মৃত্যু ঘটাইছিল। সেয়েহে যেতিয়া দুৰন্ত কাহটোৰ হেঁচাত পৰিমলে চিঞৰি-বলৈ আৰম্ভ কৰে—তেতিয়া অত্যন্ত বিৰক্ত হৈ বৃদ্ধই কিতাপবোৰ জপাই দিয়ে। আকস্মিক ভাবে মনত পৰিলে পৰিমল পৰি থকা কোঠাটোলৈ গৈ উত্তৰৰ প্ৰত্যাশা নকৰি নিৰ্ব্বিকাৰ ভাবে সোধে, "বৰ কষ্ট পাইছ, পৰিমল"—লগে লগে নিজৰ জীৱন মৰণৰ সঙ্গী সেই আতুৰ মানুহজনীলৈ চাই পঠিয়ায়। সমগ্ৰ জগতৰ বিভীষিকা আৰু মূৰ্ত্ত হৈ উঠা বিষাদবোৰে যেন মণীয়েকক সৰ্ব্বগ্ৰাস কৰিবলৈ ওলাইছে। মৃত্যুৱে নাচিথকা কোঠাটোলৈ যাবলৈ তেখেতে বাঞ্ছা নকৰে আৰু সেই বাবেই যেতিয়া শ্মশাননিস্তব্ধ ঘৰখনত অশান্তিৰ সৃষ্টি হয়, কিতাপত মনোযোগ দিব নোৱাৰি তেখেত ওলাই যায় মুকলি আকাশৰ তললৈ। হয়তো তেতিয়া পৰিমলৰ কাহৰ লগে লগে সিচঁৰতি হৈ পৰা কেঁচা তেজৰ মৰণ সুন্দৰ ( Death in blessing) কণিকাবোৰ মচি মাকে তাক শুবলৈ হেঁচি ধৰে আৰু মণিয়ে তাইৰ একমাত্ৰ ককায়েকক জীৱনৰ পৰশ দিবলৈ চেতাৰখনত আঙুলি বুলায়।

............সন্ধিয়াৰ বিষণ্ণতা ঘনীভূত হৈ নামিছিল নগৰীৰ অলিয়ে গলিয়ে। তৰা নাই। আবছা আন্ধাৰ পোহৰৰ আকাশ খনত কিছুমান পাতল ডাৱৰ ডাঠ হোৱা দেখা গৈছিল। ৰতাহ বলিছিল—কিন্তু খুব লাহে লাহে বলিছিল সন্ধিয়াৰ ৰতাহত গধূলিগোপালৰ সিক্ত সৌৰভ বোকোচা বান্ধি ঘূৰি ফুৰিছিল। কোঢ়ালবোৰ ক্ৰমে মাৰ যাব ধৰিছিল।

অধ্যাপক চৌধুৰী ঘূৰি অহা নাই তেতিয়াও। নৈৰ পাৰে পাৰে সান্ধ্য ভ্ৰমণত ব্যস্ত সেই বৃদ্ধ। নৈৰ বুকুতো সন্ধিয়া নামিছে। বেপাৰী নাওবোৰৰ ভিতৰত চিমিক চামাক চাকি জ্বলিছে আৰু ৰতাহত নাচি নাচি হেৰাই গৈছে কোনোবা নাৱৰীয়াৰ ভাটিয়ালী সুৰ........।

তেনে এটা মুহূৰ্ত্ততে ঠিক তেনে এটা মুহূৰ্ত্ততে সামন্তৰ কোলাত মুখ লুকাই মণিকাই উচুপকাই কান্দি পেলাইছে। তাইৰ অসংযত চুলিবোৰ মোহাৰি সামন্তই ভাবিছে অৱস্থাটো কেনেকৈ ৰক্ষা কৰিব পৰা যায়।

ঘৰখন শান্ত, নীৰব।

পুঞ্জীভূত বেদনাৰ কুণ্ডলীবোৰ ঘৰৰ চুকে কোণে খুন্দা খাই ঘূৰি ফুৰিছে। বাহিৰত গলিযোৱা জোনাকে গছপাতৰ আঁৰে আঁৰে নাচিব লাগিছে।

খুব বেছিকৈ কহাৰ পিছত পৰিমল শুই পৰিছে।

আৰু ঘৰৰ সিটো মূৰৰ এটা কোঠাত সামন্ত বহি আছে আবেগ আৰু যাতনাত জৰ্জ্জৰ হোৱা মণিকাৰ মূৰটো কোলাত লৈ। তাইৰ চকুৰ পাহীৰ পৰা জীয়াই থকাৰ সপোনটো হেৰাই গল। আজি দহ বছৰৰ আগতে তাই পৃথিৱীখনক বৰ ধুনীয়াকৈ পাব পাৰিছিল। সপোন কঁপিছিল চকুৰ পতাত। কিছুমান সজীৱ সেউজীয়া আশাই তাইক জীৱনটো ভাল পাবলৈ অনুভূতি জগাইছিল। কিন্তু মিছা হল। নিজক নিৰিবিলি ভাৱে পাবলৈ কৰা চেষ্টা ব্যৰ্থ হল। যিমানেই তাই নিজৰ প্ৰাণটোক উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে পৃথি-বীয়ে সিমানেই তাইক বিশ্বাসঘাতকতা কৰিলে।

মাৰাত্মক বিশ্বাসঘাতকতা। দহ বছৰৰ আগৰ কোমল কল্পনাই আৰু সেউজীয়া আশাই মূৰ্ত্তিমতী ৰাক্ষসীৰ ৰূপেৰে তাইৰ আগত থিয় হলহি।

তাই কঁপি উঠিছিল।

অকলশৰে তাই কান্দিলে, খুব কান্দিলে। কিয়নো তাইৰ প্ৰতি সহানুভূতি হয়তো বহুতৰে নাছিল। জীৱনৰ মৰুভূত তাই পানী বিচাৰি হাবাথুৰি খাই ফুৰিলে।

এনেতে সামন্ত আহিল।

মণিৰ মৰমৰ ৰামধেনুখনত বিভিন্ন ৰঙৰ সমাবেশ ঘটাবলৈ সহানুভূতিৰ তুলিকা লৈ থিয় হলহি এটা ভেগাবণ্ড হয়তো এটা আধা বলিয়া।

সামন্ত কুমাৰ কবি। তাতকৈ যেন তাৰ আৰু পৰিচয় নাই। অনুভূতি উপচি পৰা মৰম লৈ সি প্ৰেমৰ বেদীত দীপ জ্বলালে। সি এটা বলিয়া—তাক কোনেও বুজিব নোৱাৰে, অস্বাভাৱিকতাৰ সি এটা জীৱন্ত প্ৰতিমূৰ্ত্তি।

তথাপিও মণিকাই তাক স্বাগত জনালে।

কিয় ?

তাই নিজেই নেজানে। তথাপি তাই বুজিব পাৰিছিল তাইৰ চিন্তাধাৰাত সামন্ত এক অপৰিহাৰ্য্য অঙ্গ বিশেষ।

সিহঁত দুয়ো বহুত ওচৰ চাপিছিল। দুয়ো দুয়োৰো অন্তৰত দুখন বেলেগ ৰাজ্য দেখা পাইছিল আৰু সেই বাবেই এনে এটা মৌন সন্ধিয়াত মণিয়ে তাৰ কোলাত মুখখন লুকাই কান্দি কান্দি বেদনাগধুৰ হিয়াখন উপশম কৰিছিল।

"কিযে হ'ব ঘৰখনৰ অৱস্থা। মই ভাবিবই পৰা নাই, নিজৰ কথাতো ভাবিবলৈ এৰিয়েই দিছোঁ।" তাই চাদৰৰ আগটোৰে চকুদুটা মোহাৰি চোফাখনত বহে।

"জীয়াই থকাৰ মূৰ্খামি কৰি দাদা মৰণৰ মুখলৈ আগুৱাই গৈছে, কিন্তু দেউতাৰ এইবোৰৰ প্ৰতি কোনো চিন্তাই নাই।"

"এৰা মণি, সংসাৰৰ বিভিন্ন কাৰ্য্যৰ দৃষ্টিকোণৰ পৰা চালে নমস্য সেই তোমাৰ অদ্ভুত মনীষাসম্পন্ন দেউতাৰাক খীণ কৰিবৰ ইচ্ছা হয়। তেখেতৰ সাধাৰণ প্ৰবৃত্তিবোৰৰ শোচনীয় মৃত্যু ঘটিল। আৰু সেই শোকাবহ অৱস্থাবোৰ হৃদয়ঙ্গম কৰিবলৈ শিকিলা তোমালোকে যাক তেখেতে জন্ম দিছিল"—

"অকল দেউতাৰ আঢৈশ টকাৰ দৰমহাৰে যে সভ্য সমাজত ভদ্ৰ হৈ চলা কিমান টান, আপোনালোকে নুবুজে, অথচ ময়ে স্কুলত কাম কৰো বোলোতে নিদিলে, কিযে কৰিম। ইফালে মই একমুহূৰ্ত্ত কাষত নাথাকিলে কেচুৱা লৰাক নিচিনাকৈ দাদাই কান্দিব ধৰে। তেওঁৰো দৰকাৰী চিকিৎসা কৰাটো অসম্ভৱ হৈ উঠিছে। ঘৰখনৰ চিন্তাত মাজনী শুকাই খীণাই মাত্ৰ মৰিবলৈ যে বাকী আছে" তাই আৰু একো নকৈ বাহিৰৰ ফালৰ খিৰিকী-খনৰ ওচৰত থিয় হয়গৈ।

আকাশখন তেতিয়া ক'লা হ'ব খুজিছে। এজাক খুব পাতল চেঁচা বতাহে তাইৰ ঘামি উঠা মুখখনত চোৰ'ৰ বুলাই যায়।

উত্তৰ কোণত ত্ৰিশ ডিগ্ৰীমান ওপৰত কেইটামান হালধীয়া তৰাই নিশব্দে হাঁহিছিল। মণিয়ে আন্ধাৰ নমা আকাশখনলৈ চাই ভাবে সিহঁতৰ আকাশৰ নিচিনা জীৱনটোৰ কথা। দূৰৰ পৰা দেখিবলৈ শুৱনী, ওচৰলৈ গলে একোকে পোৱা নাযায়।

তীক্ষ্ণধীসম্পন্ন অধ্যাপক শ্ৰীপৰমানন্দ চৌধুৰীৰ ঘৰৰ অৱস্থাও আকাশৰ দৰেই। পৃথিবীৰ বিখ্যাত মনীষীসকলৰ দ'ম দ'ম কিতাপ পঢ়ি তেখেতে সকলো পাহৰি পেলালে। বি-এ পাছ কৰি মণি আজি তিনি বছৰ ঘৰতে বহি আছে। এম-এ পঢ়িবলৈ ইচ্ছা নকৰিলে। বিয়াৰ বয়স আহি কেতিয়াবাই পাৰ হৈ গল। নাৰী জীৱনত যি বস্তুটোৱেই চৰম সত্য, তাই তাৰ পৰা বঞ্চিত হবলগা হল দেউতাকৰ অৱহেলাৰ

বাবেই। ডাঙৰ পুতেক পৰিমল ইঞ্জিনিয়াৰিং পঢ়িছিল। কিন্তু আগৰ জন্মৰ (যদি জন্মান্তৰ আছে) পাপৰ ফলত হঠাৎ দেখা গল যক্ষ্মাৰোগে আহি তাক আক্রমণ কৰিছেহি।

আজি তিনি বছৰ বেঁচাতেজৰ লগত ধেমালি কৰি সি বিছনাত পৰি আছে, হয়তো সিটো জন্মৰ বাবে এটা সেন্দুৰী আলি বান্ধিছে। নাইনিতাললৈ পঠাবলৈ বহুতে কোৱা স্বত্বেও পৰিমলৰ যোৱা নহল। হয়তো বৃদ্ধ চৌধুৰীৰ টকা নাই। মৃত্যু জীৱন আৰু টকা, তাৰ ভিতৰত তৃতীয়টোৰ ওপৰতেই গুৰুত্ব বেচি।

তথাপিও সামন্তই খুব চেষ্টা কৰিছে, চৰকাৰৰ ঘৰৰ পৰা এটা বৃত্তি লবলৈ। পৰিমল তাৰ ককায়েকৰ নিচিনা। অধ্যাপক চৌধুৰী তাৰ শিক্ষক। এটা আতুৰ পৰিয়ালক সহানুভূতি জনোৱা তাৰ কৰ্ত্তব্য।

এই নীৰৱ মুহূৰ্ত্তটোত সি কেবাটাও কথা ভাবি পেলায়। মনি থিয় হৈ আছে একে ঠাইতে নিস্পন্দ হৈ। সি উঠি গল আৰু তাইৰ পিছফালে থিয় হৈ তাইৰ কান্ধত খুব লাহেকৈ হাতখন থলে।

তাই হয়তো বুজিছিল গতিকে উভটি নাচালে। "চিন্তাশক্তি আছে যেতিয়া নভবাকৈ থাকিব নোৱাৰি তথাপি আজি শিশুতুল্য তোমাৰ দেউতাৰা আৰু দাদাৰ অভিভাবকত্ব লৈছা তুমি, গতিকে বেচি বিশৃঙ্খল কথা নাভাবিবা। আজি আকৌ বাৰু পৰিমলক নিয়াৰ বিষয়ে আলোচনা কৰো। কিন্তু দেউতাৰাক মোৰ বৰ অপদাৰ্থ যেন লাগে। অকল জ্ঞানৰ সাধনাই জীৱনৰ চৰম উদ্দেশ্য নহয়। মানুহ হিচাবে কৰিবলৈ বহুত আছে। এহাতে তেখেত যদি জ্ঞানী মননশীল তথাপি তেখেতৰ পলায়নী প্রবৃত্তি মই ঘিণ কৰোঁ।" তাইৰ সোঁহাতখন তাৰ হাত দুখনৰ মাজত সোমাই ৰয় অলস ভাবে।

আবেগ আৰু দুৰ্যোগত বিভ্রান্ত হৈ মণি যেন হেৰাই যাব খুজিছে। যেন তাইৰ চকুৰ আগত মিনাৰ এটা কঁপি কঁপি খহি পৰিল। অলপ সময় সামন্তৰ চকুলৈ তাই চাই থাকে, হঠাৎ চকুপানী কিছুমান পাৰ-ভাঙি বাগৰি আহে। সি দুহাতেৰে তাইৰ মুখখন ধৰি চকুদুটা মচি দিয়ে "ছিঃ সৰু ছোৱালীৰ দৰে কিয় কান্দা?

"কিয় কান্দিছো, মোৰ অন্তৰখন যে ভাগি গৈছে। সমস্যাৰ এনে সঙ্কটাপন্ন অৱস্থাত মোৰ জীয়াই থাকিবলৈ ইচ্ছা নোহোৱা হৈছে। দাদাটোও মৰক সোনকালে। অন্ততঃ বন্দী আত্মা এটাই মুক্তি পাব।" তাই বাহিৰৰ ফালে মুখ কৰি খিলিকীখন সাবটি ধৰে। আকৌ কৈ যায় "তেতিয়াহলে মাই সহজে হাৰ্টফেল কৰিব আৰু দেউতাই ব্যৰ্থ জীৱনৰ কাহিনী কিছুমান লৈ উদাস মনেৰে দৰ্শনৰ মাজত আমৰণ বিচাৰি ফুৰিব জীৱনৰ চৰম সাৰ্থকতা ক'ত।" তাই আৰু কব নোৱাৰা হয়।

এনেতে পৰিমলে কাহি উঠে। মণিকাই তাৰ কোঠালৈ দৌৰি যায়। মাকে মণিকাক চিঞৰি মাতে। সকলোৰে চকুৰ আগত নাচি উঠে মৃত্যু।

সান্ধ্য ভ্রমণৰত অধ্যাপক চৌধুৰী আহি এতিয়াও ঘৰ পোৱাহি নাই। ডাৱৰে ভৰা আন্ধাৰ আকাশত দুই এটা তৰাই বৈ বৈ নাচি উঠিছিল। হয়তো এটা পপীয়া তৰাও খহি পৰিছিল।

অকলে অকলে বহি সামন্তই ভাবিছে জীৱন বোধৰ কথা। পৃথিৱীখন ব্যক্তি বিশেষৰ সমষ্টি। কাৰো লগত কাৰো সম্বন্ধ নাই,—এটা মানসিক অৱস্থা মাথোন, যাৰ বাবে জীৱন মৃত্যু, আপোন পৰ, ভাল বেয়া। সেই অৱস্থাটোৰ সিফালে সকলো মিছা। সকলোবোৰ একোটা আইডিয়া। অৱশ্যে চিৰসত্য এটা বৰ্ত্তমান যি আবহমান চলি আহিছে।

সামন্তই বুজিছে ঘৰখনৰ সকলোৰে কিছুমান বিৰক্তি আহিছে। আহক। তথাপি এবাৰ সি চেষ্টা কৰিব। সি ভাবে "We are men, We are Supreme beings, We must fight for us"

লাহে লাহে পৰিমল শান্ত হৈছে। আৰু মণিকাৰ হাত লাগি চেতাৰৰ তাঁৰত নাচি উঠিছে এটা কৰুণ সুৰ। মূৰ্ত্ত হৈ উঠা বিষাদৰ ঢৌ কিছুমান গৈ গৈ যেন জনশূন্য দ্বীপ এটাত হেৰাই গৈছেগৈ।

তেতিয়া বাহিৰত গাঢ় অন্ধকাৰ॥

———

# শাশ্বত

—বিষ্ণু দত্ত

জীৱনৰ ডায়েৰীত হাজাৰ ঘটনা ঘটে, পাহৰণিৰ নজনা প্ৰান্তৰত হেৰাই যায়। পোৱা নোপোৱাৰ হাজাৰ কাহিনী অলিখিত ভাবেই শেষ হৈ যায়। কোনেও তাৰ বিচাৰ নকৰে।

ঠিক এসপ্তাহৰ আগতে আজিৰ দিনতে, ইমান সময়তে সৌ বিচনাৰ এচুকত বহি প্ৰণতিয়ে মোৰ আগমনৰ সময় গণিছিল। 'কিবা নোপোৱাৰ' গভীৰ বেদনাত তাই হয়তো কঁপি উঠিছিল। নিৰাশাৰ দুটোপাল চকুলো তাইৰ শুকুলা আঁচলৰ বুকুত নিঃসহায় হৈ সোমাই পৰিছিল। এক মুহূৰ্ত্তৰ পিছতে তাইৰ জীৱনৰ চৰম পূজাৰ উপচাৰ খিনি হয়তো কোনোবাই নিষ্ঠুৰ ভাবে কাঢ়ি নিব। মৰি যোৱাৰ ভয়ত তাইৰ সত্ত্বাটোৱে হাহাঁকাৰ কৰি উঠিছিল।

মই কোঠাটোলৈ সোমাই আহিলো। প্ৰণতি বিচনাৰ এচুকত তললৈ মূৰ কৰি বহি আছিল। মই প্ৰণতিৰ ওচৰলৈ আগবাঢ়িলো। তাই মূৰ তুলি চালে। ভয় খাই গলো। ইটো নৱপৰিণীতা পত্নীৰ লাজৰ চাৱনি নহয়। যেন কোনোবা মুমূৰ্ষু প্ৰাণৰ অসহায় আকুল প্ৰাৰ্থনা। পূত প্ৰণয়ৰ ৰঙিণ আহ্বান ইয়াত নাই, আছে হেৰাই যোৱাৰ বিহ্বলতা, অভিশপ্ত প্ৰাণৰ নিদাৰুণ কাৰুণ্য।

খুব মৰমেৰে প্ৰণতিৰ হাত দুখন ধৰি সুধিলো, "মোক লৈ তুমি আজি বাৰু সুখীনে?"

অলপ বেলি মনে মনে থাকি পিছত তাই কলে, "সেই প্ৰশ্নৰ আজি আৰু কি প্ৰয়োজন। আপুনি মোৰ পৰা বিচৰাখিনি হাঁহি হাঁহি আদায় কৰি লওঁক।"

মূৰটো ঘূৰাই গ'ল। অপ্ৰত্যাশিত কথাকিটা শুনি চ'ফাখনত বহি পৰিলো।

ৰুবীলৈ মনত পৰিল। ৰুবী আৰু মোৰ বিবাহিত জীৱনৰ তিনিটা বছৰ কাহানিবাই অতীতে সামৰি ললে।

ফুলশয্যাৰ ৰাতিৰ দিনা তায়ো মোলৈ অপেক্ষা কৰিছিল। কিন্তু প্ৰণতিৰ দৰে স্বত্তাহীন ভাবে নহয়। ৰুবীয়ে হিয়াত ময়ুৰ সিংহাসন পাতি মোলৈ বাট চাইছিল আবেগত মোক সাৱটি লৈ মোৰ বুকুৰ মাজত তাই নোহোৱা হৈ গৈছিল। জীৱনত ৰুবীৰ দৰে কোনোবাই ভাল পাব পাৰিছেনে নাই নাজানো। তাই কিন্তু ভালপোৱাৰ পূৰ্ণতাক লাভ কৰিব পাৰিছিল। তাইৰ মাজত মই হেৰোৱা মাক বিচাৰি পাইছিলো। তাই যেতিয়া চাহ কাপ আগবঢ়াই দি মোৰ চুলিৰ মাজে মাজে আঙুলি বুলাই দিনটোৰ অৱসাদ পাহৰাই দিছিল, তাইক মোৰ 'মা, মা', লাগিছিল। বহুত কিবাকিবি পোৱাৰ উপৰিও তাইৰ বুকুত এজনী মৰমী প্ৰিয়া জীয়াই আছিল।

কিহৰ অপৰাধত নাজানো, তাইক হেৰুৱাই পেলালো। মোৰ মৰমৰ ৰুবীজনী মৰি থাকিল।

জীৱনত পুনৰ বিয়া কৰোৱাৰ কথা কেনোদিনে ভবা নাছিলো। ৰুবীৰ লগতে মোৰ মৰমবোৰ যেন

শেষ হৈ গল। তাইৰ কথা যেতিয়া মনত পৰে তেতিয়া নিজকে কোনোবা অজনা দিশত হেৰুৱাই পেলাবৰ ইচ্ছা হয়। বুকুখনৰ 'নাই নাই' বিননিৰ প্ৰকোপত কাণ দুখন বধিৰ হৈ যাব খোজে। ঠাণ্ডা লাগি কাহ হব বুলি গোঠা মাফ্লাৰখনো সম্পূৰ্ণ কৰিবলৈ তাই সময় নাপালে। কিমান কাম যে তাইৰ কৰিবলৈ বাকী থাকি গ'ল।

হঠাৎ মূৰ তুলি চালো। প্ৰণতিয়ে বিচনাৰ খুটা এটাত মুখ গুজি আছে। হয়তো চকুপানী টুকিছে। খুব বেয়া লাগিল। অকলশৰীয়া কোঠাটোত এইদৰে এজনী ছোৱালীক কন্দুৱাবলৈ মই বাৰু ইমান স্বত্ব ক'ত পালো? প্ৰণতিক ভৰিত ধৰি মাৰ্জ্জনা বিচাৰিবৰ মন গ'ল।

উঠি গৈ হাত দুখনত ধৰি প্ৰণতিক জোকাৰি দিলো। ক'লো—

"প্ৰণতি, তুমি বাৰু কান্দিছা কিয়? তুমি যিহকে ক'ব খোজা মই ধৈৰ্য্য আৰু আনন্দেৰে শুনিম, কোৱা।"

তাই একো নামাতিলে।

"শুনা প্ৰণতি, জীৱনত আমি বহুত বস্তুকেই ভাল পাব নোৱাৰো। ই আমাৰ দোষ নহয়, ই ভুলো নহয়। তুমিও মোক লৈ সন্তুষ্ট নহব পাৰা, তাৰ বাবে তুমি দায়ী নোহোৱা। তুমি ইয়াত মনৰ ভিতৰতে গুমৰি গুমৰি চকুলো টুকিবা, মই সহ্য কৰিব নোৱাৰিম। তুমি কালিলৈকে ঘৰলৈ যাবাগৈ দেই। যিদিনা মন যাব তুমি মোৰ ওচৰলৈ আহিবা। মোৰ ঘৰৰ দুৱাৰ তোমাৰবাবে সদায়েই খোলা থাকিব।" অবিশ্বাসৰ দৃষ্টিৰে প্ৰণতিয়ে মোৰ ফালে এবাৰ মূৰ তুলি চালে।

পিছদিনা প্ৰণতি গলগৈ। তাই ঘৰৰ পৰা মোলৈ লিখিছে,

"মন যোৱাৰ কাৰণে নহয় খুব প্ৰয়োজন বুলি ভাবিহে আপোনালৈ চিঠি লিখিছো। আপোনাৰ ওচৰত আজি আৰু একোকেই লুকুৱাই নাৰাখো। চিঠিখন পঢ়ি আপুনি কি ভাবিব কব নোৱাৰো, আৰু সেই বিষয়ে মই ভবাও নাই। চিঠিখনৰ কথাবোৰ যদি আপোনাৰ 'অৰুচিন' যেন লাগে, তাৰ বাবে মই দায়ী বুলি নাভাবিব দেই।

ফ্ৰক এৰি প্ৰথম মেখেলাচাদৰ পিন্ধিবলৈ লওঁতেই প্ৰণৱদাক লগ পালো। মুক্তমনৰ চঞ্চল প্ৰণৱদাক ভাল লাগি লাগি শেষত জনা-নজনাৰ মাজতে ভাল পাই পেলালো। ইমান ৰূঢ়া আছিল প্ৰণৱদাটো। একোটা মূৰ বিষাই যোৱা চুলি জোকোৰা, গাল ৰঙা পৰি যোৱা একোটা চৰ, নতি চিঙি নিব খোজা একোটা কাণচেপা মই পাহৰিব নোৱাৰো। তথাপি মই প্ৰণৱদাক ভাল পাইছিলো। সেইবোৰৰ মাজতে মই বিচাৰি পাইছিলো মৰমৰ কোনেও নুবুজা গোপন ইঙ্গিত। ৰুক্ষ কথাৰ মাজতে পৃথিবীৰ গোটেই আবেগময়ী ভাষাখিনি যেন সোমাই আছিল।

দুবছৰৰ আগতে তেওঁ মিলিটেৰী অফিচাৰৰ কাম এটা পাই পুনালৈ গুচি গল। সেইদিনা তেওঁক হাঁহি হাঁহি বিদাই দিওঁতে মোৰ বুকুখন যেন কাঠ হৈ গৈছিল। পুনাৰ পৰা তেওঁ মোলৈ চিঠি দি আছিল। সেই একেই ভাষাহীন খৰাং চিঠি। অথচ তাকেই মই পঢ়ি শেষ কৰিব নোৱাৰো। চুটি অকণমানি চিঠিৰ মাজত একো-খন ইতিহাস,—ভৰবাৰিষাৰ দুপাৰ উপচি পৰা মৰমৰ বাণত মোৰ কক্‌বকনি।

তেওঁৰ তিনিবছৰীয়া টাৰ্মটো শেষ হৈ গলেই ইয়ালৈ আহি মোক বিয়া কৰোৱাৰ কথা আছিল।

কিন্তু ইতিমধ্যেই মাই আপোনাৰ লগত মোৰ বিয়া থিক কৰি পেলালে। মাৰ কথাৰ প্ৰতিবাদ কৰিবলৈ মোৰ সাহস নাছিল। মাই মোক ইমান মৰম কৰে। দেউতা ঢুকাৰৰ দিন ধৰি মোৰ কাৰণে তেখেতে বহুত কৰি আহিছে। বুঢ়া বয়সত তেখেতৰ প্ৰস্তাৱৰ প্ৰতিবাদ কৰি কষ্ট দিবৰ ইচ্ছা মোৰ নহল। তাৰ উপৰি তেখেতে

মোক দুৰ্ব্বল চৰিত্ৰৰ বুলি ভাবিব, মোক বেয়া চকুৰে চাব এই কথা মই ভাবিবই নোৱাৰিলো। ভাল ছোৱালী এজনীৰ দৰে মনে মনে থাকিলো। তথাপিও প্ৰণৱদালৈ মই লিখিলো।

ছটা খৰংখেচ্ প্ৰনৱদা সিদিনা অকস্মাতে যেন কৰুণ হৈ উঠিল। তেওঁ মোলৈ কি লিখিলে জানে?

'.... প্ৰণতি, তোমাৰ বিয়াৰ কথা শুনি মই যে সুখী হব নোৱাৰিলো। তাৰ বাবে তুমি মোক মাৰ্জ্জনা কৰিবা। তোমাক লৈ মই কাহানিবাই এখন নতুন স্বৰগ ৰচনা কৰিলো। কিন্তু কল্পনা চিৰদিন কল্পনাই হৈ ৰক তাৰ বাবে মোৰ দুখ নাই। হিয়াৰ টুকুৰাবোৰ তুমিযে কাহানিবাই লৈ গলা। তোমাক জানো মই পাহৰিব পাৰিম? ইচ্ছা অনুযায়ী তুমি তোমাৰ প্ৰাণৰ দেৱতাক বাচি লবা। মই আশীৰ্ব্বাদ দিব নোৱাৰিলেও কোনোদিনেই অন্ততঃ অমঙ্গল কামনা নকৰো। জীৱনত বহুতবোৰ আশাই আমি কৰো কিন্তু বেছি ভাগেই দেখোন অপূৰণ হৈ থাকে। তুমি মোৰ বাবে অকণো নাভাবিবা। মই যেই কোনো এজনী ছোৱালীকে লৈ সুখী হব পাৰিম। মোৰ জীৱনৰ আটাইতকৈ অপৰি-চিত হলেও তাইৰ মাজতে তোমাক বিচাৰি উলিয়াম। তুমি বুলি ভাবি লৈ মই তাইকে সাৱতি লম। তোমাৰ প্ৰাণৰ মৰমৰ অঙ্কুৰবোৰ তাইৰ হিয়াত ফুটাই তুলিম। ভুল কৰি তাইক তুমি বুলি ভাবি লৈ ভাল পাম। জীৱনটো মই সুখৰ কৰি লবই লাগিব। যদি তাকেই নোৱাৰো তেন্তে মিলিটেৰী হৈ যাম। ইমান দিন মানুহ আছিলো। তেতিয়া প্ৰাণৰ মমতা পাহৰি যাম। কলিজাখন শিল হৈ যাব।'............

প্ৰণৱদাৰ চিঠিখন পঢ়ি মই মৰি যাম যেন লাগিছিল। তেওঁৰ ওচৰত মোৰ যি দোষ হল তাৰ প্ৰায়শ্চিত্ত এই জীৱনত আৰু হয়তো নহবই।

আপোনাৰ যিদিনাই ইচ্ছা হব মোক লৈ যাবহি।"

ইতি প্ৰনতি।

চিঠিখন পঢ়ি নিজকে ধূমকেতু যেন লাগিছিল। দুখন নিৰ্দ্দোষী প্ৰাণৰ মহামিলনত মই নিষ্ঠুৰ অন্তৰায়। সিহঁতৰ ওচৰত মই যেন ভীষণ অপৰাধৰ অপৰাধী।

প্ৰনৱৰ মানৱতাৰ আগত মই নিষ্প্ৰভ হৈ গলো। তাক মোৰ দেৱতা বুলি কবৰ মন গল। নিজকে তাৰ ওচৰত অভাবনীয় ভাবে সৰু যেন লাগিল।

এবাৰ এনেয়ে মুৰ তুলি কবীৰ ফটোখনলৈ চালো। শুকাই যোৱা বকুল ফুলৰ মালা পিন্ধাই থোৱা ফটোখন। বুকুখন থিপথিপাই গল। তাইৰ ফটোখনে আজি হাঁহি থকা নাই। তাই মোক যেন বিদ্ৰুপ কৰিছে। তাইৰ ভাল পোৱাৰ মই অৱমাননা কৰিছো। তাই মোক অভিশাপ দিছে। তাই যেন আজি পৰাজিত হোৱাৰ বেজাৰত ভাগৰি পৰিছে। প্ৰাণৰ নিবিড় ভালপোৱা দিও তাই মোক জীয়াই ৰাখিব নোৱাৰিলে।

ঠিক কৰিলো, মই প্ৰণৱলৈ চিঠি লিখিম। তাৰ প্ৰাণৰ প্ৰণতিক কাঢ়ি অনাৰ বাবে তাৰ ওচৰত ক্ষমা বিচাৰিম।

কবী! তুমি মোৰ ওচৰত চিৰ শাশ্বত হৈ থাকিবা। আমৰণ তোমাক মই ভাল পাম। পাহৰি যাম, তুমিযে হেৰাই গলা। তুমি চিৰদিন মোৰ ওচৰতে থাকিবা।

* *

চাৰিটা বছৰ মই অকলশৰে কটাই দিছো। কিমান দিন মাজ নিশা সাৰপাই তুমি কাষতে আছা বুলি হাত-খন আগবঢ়াই দিওঁ! শূন্য বিচনাখনৰ শিলচেঁচা পৰশত গাটো জিকাৰ খাই উঠে। তোমাৰ বুকুৰ কেঁচা তেজৰ উমেৰে মোৰ দেহাৰ ৰক্তপ্ৰবাহক সজাগ কৰিবলৈ তুমিযে আৰু জীয়াই থকা নাই। তোমাৰ শূন্যতাই মোক দুৰ্ব্বল কৰি দিসে, জীয়াই থকাৰ মোহ-টোক বলেৰে জীয়াই ৰাখিব লগা হয়। তোমাকে দীয়াই মই সেই দিনটোৰ কাৰণে বাটচাই আছো, যিদিনা চকুপানী শুকাই যাব। চকু দুটা জাপখাই যাব কোনো দিনে মেল খাব নোৱাৰাকৈ।

# মোহ

—কমলাকান্ত বড়া

কাতিমাহৰ দুৰ্যোগৰ দিনবোৰ অন্ত হৈ আঘোণত সোমাল। যোৱা ভূমিকম্পৰে পৰাই কিয় জানো পথাৰত ভাল খেতি নোহোৱা হ'ল। তথাপিও একেবাৰেই নোহোৱা নহয়। সেয়েহে এতিয়াও পথাৰৰ সোণোৱালী ধানবোৰৰ মাজে মাজে নৰা গচকি হাতৰ কাচিৰে মুঠি মুঠি ধান কটা তিৰোতাবোৰ দেখিলে এনেয়ে এবাৰ চকু যায়। আঘোণ মাহৰ স্বকীয়া গৰ্ব্ব আছে ইয়াতেই।

মণিৰামে পথাৰৰ মাজত সৰু আলি এটাইদি আগবাঢ়ে। পথাৰৰ ধানবোৰ দুয়োফালৰ পৰাই আলিটোত পৰি তাৰ গতিত বাধা দিয়ে। বেলিৰ তীব্ৰতা বৰ নাই বাবেই থোকবোৰ নিয়ৰত একেবাৰেই তিতি আছিল। ভৰি দুটা তাৰ একেবাৰেই তিতি যায়। দুথোক এথোক ধানেও কোবায়। গচকত দুই-চাৰিটা ধানো সৰে।

কেনি-কলৈ যাব সি তেতিয়াও ভবা নাছিল। মাথো আগবাঢ়িছিল। হঠাৎ কিবা ভাবি সি হাবি এডোখৰৰ কাষত থকা গছ এজোপাৰ ছাঁতে বহিল। ভৰি দুটা চায়। ধানৰ থোকে কোবোৱা ভালেমান ঠাইত দীঘলীয়াকৈ বঙা পৰিছে। তাৰ সমুখত বহল ধাননি পথাৰখন বতাহত পানীৰ খলকনি উঠাৰ দৰেই একোবাৰ নাচি উঠে। এনেকুৱা নাচোন দেখিলে তাৰ মনটোও নাচি উঠে। কাৰণ সি কৃষক। সি ধানৰ মূল্য বুজি পায়। ধানৰ নাচোনৰ লগতে অবিচ্ছেদ্য সমন্ধ, তাত প্ৰাণৰ নাচোন নিহিত আছে।

সি ইমান পৰে তাৰ এৰি অহা ঘৰখনলৈ এবাৰো ঘূৰি চোৱা নাছিল। তাৰ বিহে খং উঠিছিল। মৰি যাবৰেই মন গৈছিল। তাৰ জানো কিবা অশান্তি হৈছিল? ওহোঁ তাৰতো একো অশান্তি হোৱা নাই। দুবেলা দুমুঠি খাই-লৈ সুখেৰেই দিন কটাইছিল। অৰ্থনৈতিক সমস্যা কি সি নুবুজিলেও সি জানে, গাওঁৰ মানুহবোৰৰ প্ৰায় ভাগেৰেই কাতি মাহত খাবলৈ নোজোৰা হৈ আহিছে। সেইবাবেই মানুহবোৰৰ মনত ই দুৰ্যোগৰ মাহ বুলিয়েই পৰিগণিত হৈছে। মেট মৰা উঁৱাল থকা মানুহেও এতিয়া কাতি মাহ সোমালেই প্ৰমাদ গণে। কিন্তু তাৰ তো এই কাতিহে নালাগে আৰু তিনি মাহলৈ খাবলৈ আঁটিব। ধান-চাউল কিনি খোৱাটো গাওঁৰ মানুহৰ পক্ষে অতি লাজৰ কথা। তাৰ সেই বিষয়ে চিন্তা নাই। কিন্তু তথাপিও তাৰ চিন্তা আছে। সি চপনীয়া। তাৰ বাবেও তাৰ আক্ষেপ নাই। চপনীয়া বুলিতো তাক কোনেও হাঁহিবলৈ যোৱা নাই।

বহাৰ লগেলগে তাৰ চকু পথাৰখনলৈ নগ'ল। এনেয়ে তাৰ মূৰটো দোঁ খাই আঠু দুটাৰ মাজত সোমাই পৰিল। ছাঁয়াছবিৰ দৰেই বহুতো কথা তাৰ মনলৈ আহে।

'ইস্ দাদায়েকেনো তাক বাৰু সাধাৰণ এটা কথাতেই 'ওলাই যা' বুলি কব লাগেনে?'

আগতেও এইষাৰ কথা সি নিৰলে বহুবাৰ ভাবিছে।

আকৌ একেষাৰ কথাকেই তাৰ কাণত বাজি উঠে। 'ওলাই যা,' কিযে নিৰস, নিকৰুণ কথাষাৰ।

অ' নহয় তাক ঘৰৰ পৰা উলিয়াই দিয়াত স্বাৰ্থ আছে। তাৰ যে পৈত্ৰিক সম্পত্তিগোটেইটো গ্ৰাস কৰিলে। এৰা, সেয়েহে সেই দিনা দাদায়েকৰ পুতেক সকলৰাক এছাৰি এডালেৰে দুকোৰ নে একোৰ মাৰোতেই তাৰ জগৰ হ'ল। সিওনো নামাৰিব কেলেই? ম'হ চৰাবলৈ গৈ লগৰীয়াৰ লগত ধেমালি কৰি থাকোতে অন্য এটা ম'হৰ লগত লাগিল যুঁজ। সি গাৱঁৰ কোনোবা মানুহ এঘৰৰ পৰা খুৰি আহোঁতে দেখি কথমপি নাকী ডালত ধৰি আঁতৰাই আনিলে।

ঘৰ আহি পাওঁতেই দাদায়েকে খুড়ীয়েকে একেবাৰে তাৰ ওপৰত উবুৰি খাই পৰিল। বহুতো কিবা-কিবি কৈ গালি পাৰিব ধৰিলে। সি নিৰৱে শুনিয়েই আছিল। কিন্তু যেতিয়াই 'ওলাই যা' বুলি কলে কিয় জানো খংটো অদম্য হৈ উঠি আহিল। তাৰ মাক বাপেক কোনো নাই বুলিয়েই এনে অকথ্য বাক্যৰে তাক ব্যতিব্যস্ত কৰি তুলিব লাগে নেকি। হাতত থকা জেওৰা চটা জোৰেৰে এবাৰ মুঠি মাৰি ধৰে। দাঁত দুপাৰি জোৰেৰে কামোৰ মাৰি সি একপ্ৰকাৰে মাৰিম বুলিয়ে ধৰিছিল। তাৰ মনৰ কথা বুজিয়েই নেকি, কোনোবা এটাই পিছ ফালৰ পৰা তাৰ হাত খনত ধৰে। জোৰেৰেই হাতখন এৰুৱাই ঘূৰি চায়— মনবৰ। দখিণপাট সত্ৰত যোৱা কাতিমাহত ৰাস চাবলৈ যাওঁতে একেলগে শৰণ লোৱা হৰিভকত। এতিয়া একেলগে একেজন ওজাৰ তলত ঢোল শিকিছে। তাৰ মনটো বহি যায়। একো নামাতিলে সি। সশব্দে ভিতৰলৈ সোমাই গৈ চ'ৰাঘৰৰ মাজৰ চাপৰ বেৰখনতে থকা একমাত্ৰ তাৰ কামিজখন লৈ ওলাই যায়। হৰিভকতকো একো নকলে। পদুলি পাৰ হৈ এডৰা দুডৰা, বহু ডৰা মাটিৰ আলিবোৰ পাৰ হৈ সবেগে আগবাঢ়ে। লক্ষ্য নাছিল যদিও সি ঘৰখনৰ পৰা এমাইলমান অধিক আঁতৰি পৰিল।

বাটতে এবাৰ ভাবিলে আৰু ঠিক সেইমতেই সি গধূলিৰ আগে আগে ওলাই পৰিছিল তাৰ মোমায়েকৰ ঘৰত। সি এৰি অহা একুৰি দুটা বছৰৰ ভিতৰত এই মোমায়েকক দেখিছিল দুবাৰ। এবাৰ মাকৰ লগত অহা মনত পৰে। তাৰ পাচত আৰু এবাৰ আহিছিল বাপেকৰ সকামলৈ মাতিবলৈ। সৰুতে আহিছিল যদিও তাৰ মনত নাই।

পূৰ্ব্বৰ সোঁৱৰণ অনুসৰি সি মোমায়েকৰ পদুলিত থিয় দিয়েই তাৰ মনটো কেনেবা লাগি যায়। আচৰিতো হয়। তাহানিৰ সেই ধুনীয়া ঘৰবোৰৰ ঠাইত কিয় এনেকুৱা জৰাজীৰ্ণ ঘৰ কেইটা থিয় দি আছে? এয়া যে একেবাৰেই ঘৰৰ নামত, অযত্নত উৰলি যোৱা এবাৰবীৰ ভগাঘৰ। সি সঙ্কোচ ভাবে আগবাঢ়ে।

মোমায়েকৰ দাড়িৰে ভৰা শুকান মুখখন আজিও তাৰ চকুৰ আগত ভাহি উঠে। মাটিৰ 'মকৰ্দমা' এখনেই মানুহটোক একেবাৰেই জুৰুলা কৰিলে। মানুহটো যে একেবাৰেই কঠিন, নিকৰুণ হৈ পৰিছিল তাৰ প্ৰমাণ সি তাৰ ঘটনাটো কোৱাৰ লগেলগেই জ্বলি পকি কোৱা কথাকেইটাতেই পাইছিল। মোমায়েকে কৈছিল—"নিজৰ ভতিজাকক এনেকুৱা কৰে! এনেকুৱা মানুহক ছেও ছেও কৰি কাটি দিলেও হানি নাই।" আৰু কিবাকিবি খঙতেই কৈছিল। কথাবোৰ শুনি মণিৰামৰ গাটো জিকাৰ খাই উঠিছিল।

মায়েকজনী যে কিমান ভাল মানুহ। তাৰ কথা শুনি কান্দি পেলাছিল। কৈছিল—"বোপাই, কণা ঈশ্বৰে তোৰ কপালত ইয়াকেহে লিখিলে। আমিয়েই তোক ৰাখিলোহেঁতেন। কি কৰিবি। আমাৰেই এইবোৰ এজাক লৰা-ছোৱালী। তাৰোপৰি সেই

আপদীয়া 'মক্তমা' খনেই আমাক সৰ্ব্বনাশ করিলে। আই-বোপাই, ককাই-ভাই নাইকিয়া লৰাটোৱে এতিয়ানো বাক ক'ত সোমাই থাকগৈ ?"

কথাবোৰ শুনি তাৰ মনটো একেবাৰেই সেমেকি গৈছিল। বৰ ডাঙৰকৈ চিঞৰি কান্দি দিবৰ মন গৈছিল। যোৱা চৈধ্যটা নে পোন্ধৰটা বছৰ কটাই দিয়া ঘৰখন এৰি থৈ সিনো বাক ক'ত মৰিবগৈ।

তাৰ মনলৈ নিৰুৰ কথা এবাৰ চঁাতকৰে আহি পৰে। অতপৰে আঁঠুৰ মাজত সোমাই থকা মূৰটো দাঙি উদাসভাৱে দূৰদূৰণিলৈ চাই পঠিয়ায়।

নিৰু লক্ষেশ্বৰ মহৰীৰ নাতিনীয়েক। মোমায়েকে মহৰীৰ ঘৰতেই তাক হালোৱা সুমুৱাই দিছিল। দাদা-য়েকৰ কথা সি একপ্ৰকাৰ পাহৰিয়ে পেলাইছিল। কিন্তু সদায় মটা ম'হৰ হাল বাই থাকি মহৰী ঘৰৰ অসমীয়া গৰুহাল সিমান ভাল নাপাইছিল। সেই খেতিৰ চাৰি মাহৰ ভিতৰতেই কিয় জানো তাৰ নিৰুজনীলৈ বৰ বেছিকৈয়েই মনটো সোমাল।

খেতি সামৰণি পৰাৰ লগে লগেই তাৰ দিনবো অন্ত পৰি আহিব ধৰে। তাৰ ইচ্ছা আছিল যদিও আহিন কাতি এই কেইমাহ তাক মহৰীয়ে নাৰাখে। সদায়েই থকা অন্য হালোৱা এটা আছে। শেষৰ দিনটোতেই মোমায়েকে তাক জৰুল মাতি পঠাইছিল। তাৰ ইচ্ছা আছিল আৰু দুদিনমান এনেয়ে থাকি যাব। কিন্তু মিছা হ'ল।

সেই শেষৰ দিনটো। তাৰ মনটো বৰ বেয়া লাগি গৈছিল। অকাৰণতেই ঘৰখনলৈ তাৰ এটা মোহ সোমাইছিল। নিৰুৱে সেই মোহৰ সৰহখিনি ঠাই অধিকাৰ কৰিছিল। আৰু অতি বেছি এবছৰৰ ভিতৰতেই নিৰু শান্তি হব। মেখেলা চাদৰ পিন্ধিব। কেনে ধুনীয়াজনী হৈ পৰিব। তাইক যদি সি লৈ যাব পাৰিলেহেতেন ডাঙৰ হলে কৰবাৰ ধুনীয়া ডেকা এটাৰ হাতত তাইক দি দিব।—এইবিলাক আছিল তাৰ মনৰ তলিৰ কল্পনা যিটো কেতিয়াও সত্যত পৰিণত হব নোৱাৰে।

কিন্তু শেষৰ দিনটোত তাৰ মনটো সঁচাকৈয়ে খুব বেয়া লাগিছিল। দাদায়েকৰ ঘৰত আছিল কিন্তু মোহ সোমোৱা নাছিল, এইখন ঘৰলৈ তাৰ মোহ সোমা-ইছিল। কোনো ছোৱালীক সি ভাল পোৱা নাইবা ভাল পাবলৈ চেষ্টাও কৰা নাছিল কিন্তু এই নিৰুক চেষ্টা নকৰাকৈ ভাল লাগিছিল। (অন্য ছোৱালীক ভাল নাই পোৱা যদিও দাদায়েকৰ লগত থাকোতে সিহঁতৰ ওচৰৰ সিখন গাঁৱত হাল বাওঁতে সিহঁতৰ পথাৰত মাছ ধৰা 'সক ছোৱালীলৈ বাৰে বাৰে চাইছিল। তাত হাল বাওঁতে সি তাইলৈ একপ্ৰকাৰ আক্ষেপ কৰিয়ে থাকে। এইবোৰ কথা তাৰ কেতিয়াবা মনত বৰকৈয়ে পৰে।)

কাপোৰ কেইডোখৰ বান্ধি সি মনতে ভাবিছিল নিৰুক অইন নহলেও পইছা কেইঅনামানকে মিঠাই খাবা বুলি দি যাব। টোপোলাটো তুলি লৈ নিৰুৰ মাকৰ মৰমসূচক কথাখিনি হজম কৰি লওঁতেই বুঢ়ায়ো কিবা-কিবি কয়। সি বুজিও নুবুজা যেনেইহে পালে।

নিৰুজনী তাৰ সমুখত থিয় দিয়ে—"মণিকাই আমালৈ নেপাহৰিবা দেই।" তাৰ কবৰ মন গৈছিল—"কিয় পাহৰিম ? পৰা হলে তোমাক লৈ পৃথিৱী ঘূৰিলো-হেঁতেন।" সি নকলে। নিৰুৰ কথাষাৰহে তাৰ বাজিছিল। আজিও বাজি উঠে।

সি জেপলৈ হাতখন সুমুৱাই আধলি এটাকেহে পাইছিল। দৰমহাৰ বাবদ দিয়া ভঙ্গা পইছা ভালেমানেই আছিল। সি আধলিটো মুঠি মাৰি ধৰে। নিৰুৱে

তালৈ চায়। কিন্তু ওচৰ নাচাপিল। সুবিধা আৰু তালৈ নাহিল।

কঁপি থকা অন্তৰ এখন লৈ সি মানুহ ঘৰত সোমাই-ছিল, আৰু তাতোকৈ বেছিকৈ কঁপি থকা অন্তৰ এখন লৈ সি সকলোৰে ওচৰত বিদায় লৈ ওলাই আহি-ছিল। বাটত সি হাতৰ মুঠিৰ মাজতে থাকি তিতি যোৱা পইছাটো উলিয়াই এবাৰ চাইছিল—"পইছা আঠ অনাৰে তাইক মই কি মৰম লগাম। সিহঁতৰ পইছাৰ কিহৰ অভাৱ। অভাৱ আমাৰ। আমাৰ অভাৱ কোনো দিনেই নুগুচিল আৰু নুগুচেও।"

তথাপিও তাৰ ডেকা মনটো সেমেকি উঠিছিল। সি সেইদিনাহে প্ৰথম বুজিছিল—বিদায় মুহূৰ্ত্তবোৰ কিমান বেদনাপূৰ্ণ!

সেই দিনাই সি মোমায়েকৰ ঘৰত পাইছিলহি ক'ৰবাৰ অচিনাকি দুটা মানুহ। বঙা চাহ বাটি ভিতৰ সোমাই খাওঁতেই মায়েকে তাক কাণে কাণে কৈছিল—"ছোৱালী দিয়া মানুহ। তোলৈ ছোৱালী দিব।"

কথাটো শুনি কিয় জানো গাটো হঠাতেই গৰম হৈ গ'ল। কিয় জানো অন্তৰত কিবা এটাই খুন্দা মাৰি দিলে। তাৰ মনটোলৈ অস্বাভাৱিক পৰিৱৰ্ত্তন আহি পৰিছিল। কথাষাৰ আজিও স্পষ্টকৈ মনত আছে।

মানুহ দুটাই তাক কিবা-কিবি প্ৰশ্ন কৰিছিল। কোনোবা এটাই মণিৰামৰ দেউতাকক চিনি পাওঁ বুলি-য়েই কৈছিল হবলা। মানুহ দুটা গুচি যোৱাৰ পাছত তাৰ মনলৈ অনেক চিন্তা আহিছিল। মাটি-ভেটি নাইকীয়া ডেকা এটাই ছোৱালী আনি ঘৰ সাজি থাকিব ক'ত? মোমায়েকৰো অৱস্থা ভাল নহয়।

কিন্তু যেতিয়া সি শুনিলে তাক চপনীয়া দিয়াৰহে কথা চলিছে, তাৰ মনটো খুব বেয়া লাগি যায়। মতা জনম ধৰি লোকৰ ঘৰত তিৰোতাৰ তলতীয়া হোৱাটো কিমান লাজৰ কথা সি ভাবিবই নোৱাৰে। বাপেক মাকলৈ তাৰ বাৰে বাৰে মনত পৰিছিল। ওৰে ৰাতি চকু পানীৰে গাৰু তিয়াই দিয়াৰ কথা আজিও তাৰ বেছকৈ মনত আছে।

পিচ দিনা মায়েকে তাৰ মনৰ ভাব বুজিয়েই হবলা কিবা-কিবি কলে। সিয়েই যে ঘৰৰ মুৰব্বী হবগৈ লাগিব, সিয়েইহে যে মাটিবাৰীৰ একমাত্ৰ গৰাকী হবগৈ ইয়াকো মায়েকে কৈছিল।

চপনীয়া নহওঁ বুলি খিৰাং কৰিছিল যদিও তাৰ ভবিষ্যতটো চাই পঠিয়াই সি আন্ধাৰকেইহে দেখা পাইছিল। সেয়েহে সি অৱশেষত যোৱাটোকেই ঠিক কৰি পেলাইছিল।

এই মানুহ ঘৰলৈ (একপ্ৰকাৰে এতিয়া তাৰেই ঘৰ) প্ৰথম দিনা সি থাকিবলৈ আহোঁতে—ইস্ মনত পৰিলে তাৰ মনটো আজিও নাচি উঠে। আগৰাতি সি সপোন দেখিছিল। "শকত ছোৱালী এজনী তাৰ নিচেই কাষতে শুই আছে। একেবাৰে টোপনি। চুলিবোৰ গাৰুটোৰ চাৰিওফালে থেলিমেলি হৈ পৰি আছিল। ছোৱালীজনী দেখিয়েই তাৰ ভগবানটোলৈ বৰ খং উঠি যায়। ভগবানে বাৰু তালৈ এইজনীকেহে বাছি থৈছিল। ছোৱালীজনীয়ে সাৰ পাই তাৰ ফালে কাতি হৈ শোৱে। সি জোৰেৰে চকু দুটা মুদি দিয়ে।"..........

পুৱাবেলা সাৰ পাই তাৰ মনটো সন্দেহত বাৰে বাৰে কঁপি উঠিছিল। এনেকুৱাজনী যদি ছোৱালীত চাপিবলৈ হয়, সি নিশ্চয় কৰবালৈ গুচি যাব বুলি মনে মনে দৃঢ় প্ৰতিজ্ঞা কৰি পেলাইছিল। সি তেতিয়াও ছোৱালী দেখা নাছিল। মোমায়েকেই চাই আহি ভাল বুলি মাথোন কৈছিল। কিন্তু গৈয়ে সি চকামকাকৈ ছোৱালীজনী দেখি তাৰ বুকুত সঘনে উঠা নমা কৰা চিন্তাৰ ঢৌ আঁতৰি আহিছিল। অইন কথা বাদ দি

সি ভাবিছিল "অন্ততঃ ছোৱালীজনী বগী।" বাতি-পুৱাই কুঁৱলী ফালি, নিয়ৰত সিদিনা, দীঘলকৈ, পিন্ধা চুৰিয়াখন আৰু জীৱনত প্ৰথম কিনা বগা কাপোৰৰ জোতাজোৰ একেবাৰেই তিয়াই পেলাইছিল। অন্য হওক নহওক তাৰ ভাগ্যত বগী ছোৱালী এজনী-য়েই মিলিছিল। জোতাযোৰেও হলে ভৰিত বাৰুকৈয়েই কাটিছিল। আজিও দাগ আছে।

বাটত যাওঁতে সিদিনা মাক-বাপেকৰ মুখ কেইখন মনলৈ বৰকৈ আহিছিল। সৰলচিতীয়া মায়েকজনীয়ে বিহাৰ আঁচলেৰে চকুৰ ভিজা কোণ কেইটা মোহাৰি কোৱা কথা কেইটাও প্ৰতিধ্বনিত হৈছিল। নিৰুজনী-লৈও মনত পৰিছিল। কিন্তু লোকৰ ছোৱালীৰ কথা সদায় ভাবি থকা ভাল নহয় বুলি আঁতৰাই ৰাখিছিল।

সোৱা দেখোন সিদিনাৰ কথা। তাক জানো গাৱঁৰ ডেকাবোৰে গধুলি কম আমনি কৰিছিল। দিন-টোত জানো কমবোৰ মানুহ গোট খাইছিল। বুঢ়ী তিৰোতাসকলে তাৰ মুখৰ আগলৈ আহি কৈছিল— "বোপাই, তোৰ ওপৰতেই সকলো। আশীৰ্ব্বাদ কৰিছো সুখেৰে তইঁত জীয়াই থাক।" তাৰ মুৰ আপোনা আপুনি দোঁ খাই আহিছিল। বোৱাৰীজনী-চেৰেকে তাক ভুমুকিয়াই চাইছিল। সি মুখখন ঘুৰাই ৰহিছিল।

মাকনে, তাৰ তিৰোতাজনীয়ে, যেতিয়া বাইজৰ মাজত তামোল দি সেৱা কৰে তাৰ গৰ্ব্বত মন ওফন্দি পৰিছিল। তথাপিও 'চপনীয়া' কথাটোৱে তাক বিৰক্তি নকৰা নহয়, কৰিছিল।

তামোলখন লব লাগে বুলি সি নাজানিছিল। সেয়েহে তামোল খুন্দি খুন্দি বহি থকা বুঢ়া এজনে কোৱা কথা আজিও তাৰ কাণত বাজি আছে—"বোপা, লোৱা, তামোল লোৱা। এই আজিৰ পৰা তোমাৰ তিৰোতা, এইখন তোমাৰ ঘৰ। তোমাৰ আই-দেউতাৰ কোনোৱেই নাই। সেয়া তোমাৰ শাহুৱেৰ। তেওঁকেই মাৰাৰ দৰে ভাবিবা। নিজৰ ঘৰ বুলি কৰিবা খাবা। এয়ে তোমাৰ গাওঁ, এইবোৰেই তোমাৰ ককাই ভাই। বিপদে আপদে এইবোৰৰ ওচৰ চাপিবা। সময়ত সহায় কৰিবা।"...... ইত্যাদি বহুতো কিবাকিবি তাৰ মনত পৰে।

শুনি শুনি গাটো তাৰ আহিন মাহৰ বৰষুণ জাকে তিয়াই জাৰ লগোৱাৰ দৰেই লাগে। বাইজে জয়ধ্বনি কৰিছিল। তাৰ সিৰে সিৰে প্ৰবাহিত হোৱা তেজখিনি উত্তপ্ত হৈ পৰিছিল। কিন্তু জয়ধ্বনিৰ লগে লগেই তাৰ মুৰ মাটিত লাগিল। তেজ একেবাৰেই চেঁচা পৰি আহিছিল।

এইমাত্ৰ এৰি অহা ঘৰখনতেই তাৰ সেইদিনাৰ পৰা নতুন জীৱনৰ নতুন অধ্যায়ৰ সুচনা হৈছিল। মানুহৰ প্ৰকৃত মৰমৰ পৰা বঞ্চিত হৈ তাৰ জীৱন মৰহি যাব ধৰিছিল। কিন্তু মাকণৰ অকৃত্ৰিম মৰমত, চেনেহত সি পাৰ ধৰিলে অপৰিসীম তৃপ্তি। মাকণৰ সান্নিধ্যত তাৰ লেৰেলি যাব খোজা আশাৰ লতাডালি ঠন ধৰি উঠি আহিছিল।

সেই বছৰ সি জানো কম উৎসাহেৰে মাকণহঁতে ৰুই থোৱা কঠীয়াৰ পৰা ওলোৱা সোণোৱালী ধানবোৰ চপাই আনিছিল। গাৱঁৰ ছোৱালীবোৰৰ মাজতে তাৰ মাকণজনীয়ে ওৰণিখনলৈ ধান দাই থাকিলে সি চকুলাটো বৰ্থলিয়াই তাইলৈ কেৰাহিকৈ চাই গৰ্ব্বকেই কৰিছিল। গাৱঁৰ ডেকাবোৰৰ লগত ডাঙৰি কঢ়িয়া-ওঁতে তাৰ কলাফুল দুটা কিমান ধুনীয়াকৈ নাচিছিল। ধানৰ থোকবোৰো নাচিছিল। মাকণেও মনে মনে চাইছিল হয়তো। সেই বছৰ আষোণমহীয়া জানো কম বৰষুণ দিছিল। পথাৰৰ মাটিত পৰি যোৱা ধানবোৰ পানীত একেবাৰেই তল গৈছিল। চোতালৰ ডাঙৰি-বোৰ বৰষুণত তিতি গজি গৈছিল।

কোনোবা এদিন মৰণা মাৰি থাকোতে হঠাতেই আপদীয়া আৱতৰীয়া বৰষুণ জাকে সিহঁত দুয়োটাকে জানো একেবাৰেই তিয়াই পেলোৱা নাছিল? ৰাতি মাকণৰ গাটো সিদিনা বৰ গৰম হৈ পৰিছিল।

প্ৰথমতে ভয় কৰিছিল হয়তো কোনোবা সময়ত সি কিবা অপ্ৰিয় কাম কৰি শাহুৱেকৰ কটু কথা শুনিব লাগিব। কিন্তু সেই সংশয় দুদিনতেই আঁতৰি পৰিছিল।

কিন্তু আজিৰ সাধাৰণ কথাটোৱে তাক ইমান দুৰ্ব্বল কৰি পেলালে কিয়? সি ভাবি নাপায় কিয় মৰিবৰ মন গৈছিল ইমানকৈ। এতিয়াহে ভাবি চাইছে। এইবাৰ বিহুত সিহঁতৰ ঘৰত ডেকাবোৰে কম স্ফূৰ্ত্তি কৰিলে জানো! গাৱঁৰ জোৰা হুঁচৰিয়ে ৰূপ তিনি টকাই গামোচা এখনে নিহে এৰিলে। সিও বহাগ মাহতে চ'ৰা ঘৰটো নতুনকৈ সাজিছিল। বাৰীত তামোল পুলি কিছুমানো ৰুলে। নাৰিকলৰ পুলি দুটাও ৰুইছে। আগৰ বুঢ়া অসমীয়া গৰু হালো বেচি দিলে। ধান কেইমোনমানো লগতে বেচি মণিপুৰীয়া গৰু এহাল ললে। গৰুহাল বৰ চোকা।

নতুন গৰু, নতুন মানুহ, নতুন খেতি। নতুন উৎসাহেৰে সেয়েহে মণিৰামে নামি পৰে। মাকণে পথাৰতে তাক চাহ-জলপান দিয়ে গৈ। সি পথাৰতে গাটো তিয়াই লয়। অলপ পলম হলেই তাৰ ঘনে ঘনে চকু যায়, ঘৰৰ ফালৰ ফুটুকানিৰ মাজৰ লুঙলুঙীয়া বাটটোলৈ।

কঠীয়াও তোলে দুয়োটাই। বোকাত লুতুৰি পুতুৰি হৈ পৰে। বোকা লগা মেখেলাখন মাকণৰ কলাফুল দুটাত লিপিত খাই লাগি ধৰে। মণিৰামৰ মূৰত বান্ধি লোৱা গামোচাখনৰ আগটো ৰবকৈ লৰে।

মণিৰামে হাল বায়, মৈ দিয়ে; মাকণে কঠীয়াবোৰ বোকাত গুজি যায়। ই যেন সিহঁতৰ অনাগত জীৱনৰ আশাৰ কঠীয়াহে। তাৰ ফল ভৱিষ্যতৰ বুকুত লুকাই আছে।

তাৰ সন্মুখৰ পথাৰৰ ধানবোৰৰ দৰেই সিহঁতৰ ধাননি পথাৰ খনেও চাগৈ হালি জালি নাচিছে। আৰু দুই এদিনতে তিৰোতাৰ মুঠিৰ মাজৰ মৰমখিনি আদায় কৰি পুৰুষৰ কান্ধেদি ঘৰ সোমাবগৈ। মনটো তাৰ বৰ বেয়া লাগি যায়।

বেলগাড়ী চলি যোৱাদি চলি যোৱা জীৱনটোত সি স্মৃতিবোৰ কাষৰ হাবিবোৰ লৰ মৰাদি লৰ মৰা যেনেই পালে। কিন্তু বৰ্ত্তমানৰ ঘটনাটো হলে কোনো ৰকমে তাৰ মনৰ দাপোণখনত প্ৰতিফলিত হৈ লৰ মাৰিব নুখুজিলে। বাৰে বাৰে বুকুত খুন্দিয়াব ধৰিলে সেই একেটা কথা, সেই একেটা ঘটনা।

হাবিখনৰ সিফালৰ পৰা কোনোবা তিৰোতাৰ হাঁহি ৰতাহত ভাহি আহে। তাৰ চমক লাগে। মূৰ ঘূৰাই দেখে গাভৰু ছোৱালী জনীচেৰেকৰ লগত তিৰোতা কেইগৰাকীমানে হাতত কাচি লৈ পথাৰৰ মুকুতা চপা-বলৈ আহিছে। তাৰ মনটোত উচ্‌পিচনি লাগে। সিওতো আজি নগাশালি ধান দাবলৈ আৰম্ভ কৰাৰ কথা আছিল। মাকণজনী; তাইনো বাৰু অলপ কথাতে তাক জেঙেৰা মাৰি উঠিব লাগেনে? সিনো বাৰু কি বেয়া কথাটো কৈছিল? সি মাথো কৈছিল— "সোনকালে গা-পা নোধোৱ কেলেই? আজি পথাৰলৈ যাব লাগে। খবৰ নাই নেকি?" এই কিটা মাথোন কথা। তাই কিন্তু উত্তৰ দিলে বেয়া ধৰণে। "নাযাওঁ, ৰাতিপুৱাই গা ধুই মৰিব নোৱাৰো। খৰ লাগিছে যদি এগাল চোবালেই হল। লোকক চিঞৰি থকাৰ কি দৰকাৰ?"

মাকণে সঁচাকৈয়ে এনে নিৰস কথা ইমান ৰূঢ় ভাবে কোনো দিনেই তাক কোৱা নাছিল। সেয়েহে তাৰ মনৰ মাজত শুই থকা 'চপনীয়া' মানুহটো খক্‌-

মক্কৈ টোপনিৰ পৰা সাৰ পাই উঠিল। সি তাত খন্তেকো থকাটো উচিত বিবেচনা নকৰিলে। মণি-পুৰীয়া গৰুহাল চাপৰিত বান্ধি দিয়ে সি বাহিৰে বাহিৰে গুচি আহিল। অন্য কথা এবাৰো ভাবি নাচালে। চাবলৈও তাৰ সময় নাছিল। গৰুহাললৈহে চাই কৈছিল—"তহঁতক এৰিলো আৰু।"

সূৰৰ ওপৰৰ বেলিটো ক্ৰমাৎ আগবাঢ়ি আহিছিল। পথাৰৰ মাজৰ দুৰণিৰ কোনোবা মানুহৰ ঘৰৰ কাষত দুই এজনী দাৱনীয়ে দাবলৈ আৰম্ভ কৰিছিল। কেউ-ফালে চকু দি তাৰ মনটোলৈ হঠাতেই বিৰাট পৰিবৰ্ত্তন আহি পৰিল। "ওহোঁ, তাই কেতিয়াও মোক চপনীয়া বুলি হঁহা নাছিল। নিশ্চয় কিবা তাইৰ মনটোত দুখ লাগি আছিল হয়তো। মোক কোনো দিনে তাই এনেকুৱা কথা কোৱা নাছিল। অ' আজি তাই দেখোন পলমকৈ উঠিছিল। কিজানিবা তাইক কিনো হৈছে নুসুধিলো কাৰণেই খং।"

কথাবোৰ মনলৈ অহাৰ লগে লগেই তাৰ বুকুত কঁপনি আৰম্ভ হয়। অনুশোচনাত অন্তৰ দুগুণে কঁপিব ধৰে। তাৰ নতুনকৈ সজা চ'ৰা ঘৰটোৰ কথা এবাৰ মনলৈ আহে। সঁচাকৈয়ে তেনেকুৱা ঘৰ গাৱঁত কাৰো নাছিল। আৰু মণিপুৰীয়া গৰু হাল। পিয়া-হত ঘৰৰ ফালে চাগৈ বাৰে বাৰে চাইছে। শাহুৱেকেও হয়তো তাক ইমান পৰে ঘৰত নেদেখি বিচাৰ লগাইছে। কিজানিবা মাকণৰ মুখেদি কথাটো গম পাই পেলাইছে। হয়তো ইতিমধ্যে গাৱঁৰ মানুহবোৰেও মণিৰাম গুচি গৈছে বুলি জানি পেলাইছে। নাই, মাকণে সি গুচি গ'ল বুলি জনা নাই। কোনোৱেও জনা নাই। মাকণৰ কথা আকৌ এবাৰ মনলৈ আহে।

"অ' এটা কথা নহয়; তাই আজি সাত নে আঠ আঠ মাহে গা ধোৱা নাই। কিজানিবা তাৰেই অসুখ। কি ভুল কাম কৰিছো। তাই যে এদিন নবাৰ মাক হব। কিজানিবা মহৰীৰ ঘৰৰ নিৰুব দৰে ধুনীয়া ছোৱালী এজনীৰেই মাক হয়। ওহোঁ ছোৱালী হলে ভাল নহব। নবা হলে তেওঁ হাল বোৱাত সহায় কৰিব। নাই, হাল বাবলৈ লগাব নোৱাৰি। পঢ়াব লাগিব। জোতা এযোৰ আনি দিব লাগিব।"....

"ভগবান"—শুন্যলৈ এনেয়ে হাতখন দাং খাই যায়। সি সন্তানৰ মোহ কেতিয়াও এৰিব নোৱা-ৰিলে। তাৰ নিজৰ নবাটোৱে বাপেকৰ চিনাকি দিব নোৱাৰাটো সি সহ্য কৰিব নোৱাৰে।

সি ঘপকৈ থিয় হয়। কেনিও একো নোচোৱাকৈ সবেগে ঘৰৰ ফালে আগবাঢ়ে। কলাপকা দিয়া ধান-বোৰ বতাহত তেতিয়াও নাচি আছিল। তাৰ চকুত নতুন যেনেই লাগে। মবাৰ কথা একেবাৰে তল পৰি গল।

সি ঘৰৰ ওচৰ ক্ৰমাৎ চাপি আহে। মাকণে—তাৰ তিৰোতাজনীয়ে ঘৰৰ পিছ ফালৰ মাটি ডবাত ধান দাইছে। আগতীয়া ধান ভালকৈয়ে পকিল। তাই বাৰে বাৰে তালৈ চায়। সি তলমূৰ কৰি মাথোন ভাবে তাই সুধিলে সি কি বুলি কব। তাৰ লাজো লাগে। তথাপি তাইৰ ওচৰলৈকে যায়।

"অত বেলি কলৈ গৈছিলনো? বেলি পূৰিবৰ হল। আজি ভোক নাই হবলা। আজি চাহ খাবলৈও পাহৰিলে।"—তাই আধা কটা মুঠিটো হাতত লৈ তালৈ চায়। তাইৰ চাৱনিটো আজি তাৰ চকুত নতুন যেন লাগে। তাৰ গাটো একেবাৰে চেঁচা পৰি যায়।

"তাই নবাৰ মাক হব।"—তাৰ মনত আকৌ কথাটোৱে খুন্দিয়ায়। বেয়াও লাগে তাৰ, তাইৰনো বাৰু কোন আছে? মাকজনীহে যি আপোন; তাৰ

বাহিৰে গিয়েই তাইৰ গন্ধলো। সি কি কব ভাবিয়ে নাপায়।

"গা ভাল পাইছ জানো?"—এনেয়ে মনেৰে ভাবি সি তাইক প্ৰশ্ন কৰে। তাই মুঠিটো পুৰাই হাতেৰে মোচৰা এটা দি হাঁহি মোৰে—"মোৰ গা বেয়া বুলি কতনো খবৰ পালে?"

সি তন্ময় কৰি হাঁহে। মাকণৰ হাঁহিটোও আজি তাৰ নতুন যেনহে লাগে।

তাই পথাৰৰ পৰা আলিত খিয় দিয়ে। দুয়োটাই অগা-পিছাকৈ আগবাঢ়ে। তাৰ মনটো কিবা এক অনিৰ্ব্বচনীয় আনন্দত পৰিপূৰ্ণ হৈ পৰে। কিছু সময়ৰ পূৰ্ব্বে জীৱনৰ ওপৰত বিতৃষ্ণা জন্মা, হতাশৰ গ্লানিয়ে মনৰ আকাশ কলাকৈ পোলোৱা মণিৰামৰ মুখত নতুন জ্যোতিৰ আভাই চিক্‌মিকাব ধৰে। সিহঁত যেন নতুন সংসাৰ এখনলৈ আগবাঢ়িছে য'ত সিহঁতৰ মাজত এটি 'পোনাই' হাঁহি হাঁহি সিহঁতৰ ঘৰৰ চোপাশ উজ্জলাব। অজান দেৱদূতে সিহঁতৰ কথা কবলৈ চেষ্টা কৰিব। আৰু বেছি দিন নাই।

যিদিনা সিহঁতৰ জীৱন প্ৰাচুৰ্য্যৰে ভৰি পৰিব, যিদিনা তাৰ "চপনীয়া" মানুহটো চিৰকালৰ নিমিত্তে কেনিবা গুচি যাব, সেইদিনা সিহঁতে মুকলি আকাশৰ তৰা লেখিব, জোনবাইক বেজী খুজিব।

মণিৰামে সেইবোৰকেই ভাবি ভাবি দীঘলীয়া পদূলিটোৰেদি সোমাই যায়। মাকণে হয়তো অন্য কিবা কথা ভাবিছিল।

শান্তৰেকে দুৱাৰমুখৰ পৰা সিহঁতক চাই আছিল; হয়তো সিহঁতক এইদৰে অহা দেখি মোহেই লাগিছিল।



# মাজুবৌ

কৃষ্ণানন্দ বৰুৱা

ষ্টেচনটোৰ কাষৰে দুকোঠলীয়া পকি ঘৰটোতে থাকো আমি : ৰমেশ আৰু মই। দুয়োটাই চাকৰি কৰোঁ।—সি পষ্ট অফিচত আৰু মই এইডেড্ হাইস্কুলত। আই, এ পৰীক্ষা দিয়াৰ পিচতেই মই চাকৰিত সোমালো। আৰু ইমানতে কলেজীয়া জীৱনৰো সমাপ্তি ঘটিল। ৰমেশেও বেছি আৰু আগবাঢ়িব নোৱাৰিলে। সি নোৱাৰিলে পৰীক্ষাত ফেইল কৰি আৰু মই নোৱাৰিলো পাচ কৰি।..............................

ঘৰটোত কেৱল সি আৰু মই : কেৰাণী আৰু শিক্ষক। তৃতীয় প্ৰাণী বুলিবলৈ আৰু কোনো নাই। আনকি লগত এটা বান্ধনিও আমি ৰখা নাই। ৰখা নাই পইচাৰ অভাৱত নহয় ; ৰমেশে ভাল নাপায় কাৰণে। ভাতপানী ৰন্ধাকে আদি কৰি তিৰোতাৰ ঘৰুৱা কামবিলাক আমনি নোপোৱাকৈ সু-প্ৰতুল ভাবে কৰি যাব পৰাটো তাৰ কেৱল বিশেষত্বই নহয় এটা নিচাও। পুৱা গধূলি দুটা টিউচন কৰি এই বিলাক কামৰ কাৰণে মই সময়ও পাওঁ খুব কমেই আৰু তাৰ দৰে অভিজ্ঞও নহওঁ। সঁচা কথা ক'বলৈ গ'লে মই এলেহুৱাও। আনহাতে সি বেয়া নাপালেও মোৰ নিজৰেই বেয়া লাগে কেতিয়াবা তাৰ ওপৰত তেনেদৰে বযুমলা হৈ। সেইকাৰণেই এদিন তাক কৈছিলো এটা বান্ধনি লোৱাৰ কথা ; উত্তৰ পাইছিলোঁ—"কিয়, এটা কিয় ? এজনীৰ অৰ্ডাৰ দিয়া না। বান্ধনি টোতকৈ জনীতহে বোধহয় বেছি লাভ হব। নিজে যদি লাজ পাইছ, মইয়েই লিখি দিওঁ দেউতাৰলৈ—ধুনীয়া চাই বান্ধনী এজনী বন্দোবস্ত কৰি দিয়ক।" সেইদিনাৰে পৰা কোনোদিন আৰু তাৰ ওচৰত তেনে প্ৰশ্ন উত্থাপন কৰা নাই, নকৰো।

মোৰ স্কুল আৰু তাৰ পষ্ট অফিচ প্ৰায় ওচৰাওচৰি। একেলগেই ওলাই যাওঁ দুয়োটা পুৱা চাৰে ন মান বজাত। সি অফিচৰ পৰা ঘূৰি আহে আবেলি চাৰি মান বজাত। এইডেড্ হাইস্কুলৰ শিক্ষক গতিকে মোৰ ঘূৰি অহাৰ কোনো নিৰ্দ্দিষ্ট সময় নাই। কেতিয়াবা তাতকৈ আগতেও আহোঁ ; কেতিয়াবা আকৌ তাতকৈ বহুত পলমো হৈ যায়।

যিদিনা সি মোতকৈ আগতে ঘৰ সোমাবহি সেইদিনা মোৰ আৰু ৰক্ষা নাই। ভালকৈ সাজু হৈ আহিব লাগিব তাৰ ওচৰত পলম হোৱাৰ কৈফয়ৎ দিবলৈ। সেইদিনা তাক প্ৰথম দেখা পাম দুৱাৰমুখতে ;—বাট বন্ধ কৰি No Admission পজত সহীন হৈ ৰহি থকা ; আৰু তাতেই মই পলম কৈ অহাৰ প্ৰথম শাস্তি ভোগ কৰিব লগা হয় কিছু সময় বাহিৰত ৰৈ থাকি। ভিতৰত আৰম্ভ হ'ব তাৰ কৈফিয়ৎ তলৱ। মোৰ কিয় দেৰি হ'ল..............ক'লৈ গৈছিলোঁ........

কাৰ ঘৰলৈ গৈছিলো.......................উদ্দেশ্য সিদ্ধি হ'লনে নাই.....................? ইত্যাদি অজস্ৰ লাগবান্ধ নোহোৱা প্ৰশ্নৰ জাউৰিৰে ব্যতিব্যস্ত কৰি তোলে মোক। মোৰ বাহিৰে আনে সেইবিলাক শুনিলে তাক হয়তো নিঃসন্দেহে পাগল বুলিয়েই ক'ব। ৰাতি পলমকৈ ঘৰ সোমোৱা স্বামীক তেওঁৰ নববিবাহিতা পত্নীয়ে কৰাৰ দৰে মোকো সি সন্দেহ কৰে তাৰ আঁৰে আঁৰে মই কাৰোবাৰ প্ৰেমত পৰিছোঁ বুলি। তাৰ ধাৰণা যিয়েই নহওক লাগে মই নিজক ভালদৰে বুজোঁ। কেতিয়াবা তাৰ এনেবোৰ প্ৰশ্নৰ দুই এটাৰ উত্তৰ দিওঁ ; আৰু যেতিয়া দিবলগীয়া কোনো উত্তৰ নাথাকে তেতিয়া সি কৈ যায় মই শুনি যাওঁ। কিন্তু ৰমেশক কেতিয়াও বেয়া নাপাওঁ। হয়তো তাক মই বেয়া পাব নেজানো।..............................সেইবোৰ তাৰ মৰমৰেই অত্যাচাৰ।

কিয় ক'ব নোৱাৰো ৰমেশ আৰু মোৰ কলেজীয়া নৱম চেনেহবোৰ আনৰ দৰে কলেজীয়া জীৱনৰ স্বপ্নম্লান স্মৃতিৰ বুকুতেই আৱৰী নিশাৰ সাধুৰ দৰে শেষ হৈ নগ'ল। ব্যৱহাৰিক জীৱনৰ নতুন পৰিবেশটোৰ মাজতে আমি ক'ব নোৱাৰাকৈয়ে সিহঁত আৰু বেছি নিবিড়, জীৱন্ত আৰু প্ৰশান্ত হৈ উঠিল। তেতিয়াও নাজানিছিলো ৰমেশক কিয় আৰু কেনেকৈ ইমান ভাল পাবলৈ শিকিলো আৰু আজিও বুজি নাপাওঁ তাক কিয় বেয়া পাব নোৱাৰো।

ইমান প্ৰগাঢ় আত্মীয়তাৰ লগুণ গাঁঠি থকা সত্বেও আমাৰ মাজত কিছু অমিলো আছিল আদিৰে পৰাই। বিশেষকৈ ব্যক্তিগত অভিৰুচিৰ ক্ষেত্ৰত। ৰমেশ অবাস্তৱ সৌন্দৰ্য্যৰ উপাসক, পাগল প্ৰেমিক আৰু স্বপ্ন-চঞ্চল যৌৱনৰ মন্ত্ৰচালিত পুতলা। ছোৱালীবোৰক সি বেছিকৈ ভাল পাব খোজে। সিহঁতৰ চকুৰ নীলাত থ তাৰ তৰল প্ৰণয়ৰ পোৱাল মুকুটা। বিচাৰি ফুৰে তাৰ উত্তাল যৌৱনৰ অসংযত ইঙ্গিত।.................. সিহঁতৰ মাংসল বুকুত কঁপি উঠে তাৰ তপত তেজৰ বনজ আসক্তি। নাৰী সৌন্দৰ্য্যৰ প্ৰতি থকা পুৰুষৰ স্বাভাৱিক আশক্তি খিনি মোৰো আছিল ; কিন্তু তাৰ দৰে উদণ্ড আৰু উগ্ৰ নহয়। ইয়াতেই মই ৰমেশৰ পৰা অলপ আঁতৰি আছোঁ। সি হয়তো মোক বুজি-বলৈ টান পোৱা হয়।.....................সি সুবিধা পালেই ছোৱালীলৈ প্ৰেম পত্ৰ লিখে। অলপ আজৰি পালেই সি প্ৰেমৰ কবিতা লিখে আৰু মই হয় স্কুলৰ কিবা কাম কৰো, নহয় কিতাপ পঢ়ো ; কিন্তু প্ৰেমপত্ৰ বা কবিতা মই কাহানিও নিলিখো। খাঁটি টকীয়া শিক্ষক মই ; ৰোমাঞ্চ কৰাৰ সময় হয়তো হৈয়েই নুঠে।

কিন্তু ৰমেশে বিশ্বাস কৰিবলৈ টান পায় মোক। প্ৰত্যক্ষ তেনে কোনো প্ৰমাণ এতিয়ালৈকে পোৱা নাই যদিও সি সদায় ভাবে মই মনে মনে কাৰোবাক ভাল পাওঁ, আৰু সেইকাৰণেই সি ভালেদিন গোপনে চেষ্টা কৰি আছিছে তাৰ এই ধাৰণাৰ যুক্তি বিচাৰি মোক পৰাজয় কৰিবলৈ সি ধৰি লৈছিল যে সি মিনতিক ভাল পোৱাৰ দৰে মইও নিশ্চয় ৰেখা বা বিজয়াৰ প্ৰেমত পৰিছিলোঁ ; কাৰণ কলেজত মোক প্ৰায়েই সি সিহঁতৰ লগত কথা পতা দেখিছিল। ...............সি সদায় আশা কৰে যে মিনতি, ৰীটা, পুণিমাহঁতে তালৈ চিঠি দিয়াৰ দৰে মোলৈও ৰেখাহঁতে নিশ্চয় এদিন চিঠি দিব। তেতিয়া আৰু মই তাক ফাঁকি দিব নোৱাৰিম।..............................

প'ষ্ট অফিচৰ পৰা মোৰ কোনো চিঠি ৰমেশ অহাৰ দিন ধৰি আজি চাৰি বছৰে পিয়নে আনিবলৈ পোৱা নাই। কেৱল অনাই নহয় খোলেও সিয়েই প্ৰথমে। মইও কাহানিও আপত্তি কৰা নাই ; কাৰণ, মোলৈ সদায় আহে কেইখন মান নিৰ্দ্দিষ্ট চিঠি : দেউতাৰ, ভাইটোৰ আৰু ভনীজনীৰ। ৰমেশে আশা কৰাৰ

দৰে চিঠি মোলৈ কোনেও আজিলৈকে লিখা নাই। এই চিনাকি চিঠি কেইখনকে আজি চাৰি বছৰ দিন চাই চাই বেচেৰা ৰমেশটো ভাগৰি পৰিছে। বিৰক্ত হৈ এদিন সি সুধিও পেলাইছিল,—"এই! পৃথিৱীত তোলৈ চিঠি দিয়া মানুহ আৰু এই তিনি জনেইহে নেকি অ'?

—'আৰু এজন আছে'। অলপ ধেমালি কৰিবৰ কাৰণেই মই কৈছিলো।

—'কোন?'

—'মই।' সি খঙতেই বহুত বকিলে। তাৰ অৱস্থাটো দেখি বহুপৰলৈকে মোৰ হাঁহি মাৰ যোৱা নাছিল।.........................

ৰমেশ তথাপি হতাশ হ'ব নোখোজে। তাৰ দৃঢ় বিশ্বাস, হাজাৰ হ'লেও মৰো তাৰ দৰেই ডেকা মানুহ যেতিয়া মোৰ নামত এদিন নহয় এদিন সি বিচৰা এখন চিঠি আহিবই। সেই দিনা সি কিমান যে কি নকৰিব মোক.........................। ৰমেশে হয়তো ভাবে। অদূৰ ভবিষ্যতত কেতিয়াবা হয়তো সি সফলতাৰ সপোন দেখিব খোজে। কিন্তু দিন যায়.....। চিঠি নাহে.......................।

এইদৰেই ক্ষন্তেকীয়া খং-অভিমান আৰু কাহানিও পাহৰিব নোৱাৰা মৰম-চেনেহ হাঁহি ধেমালিৰ এক মধুৰ পৰিবেশৰ মাজেদি আমি আগবাঢ়ো বৰ্ত্তমানৰ জগত জীয়াই থকাৰ সংগ্ৰাম কৰি ভবিষ্যতৰ বুকুত লুকাই থকা নজনা পৃথিৱীৰ সুৰভী বিচাৰি।.............

সেইদিনা শনিবাৰ। স্কুলৰ পৰা মই আন দিনাতকৈ সোনকালে আহিলো। ৰমেশ তেতিয়াও অহা নাই। চাহ এপিয়লা খাই লৈ মুহুদিৰ কাৰণে মানচাদা বিচাৰি তাৰ কোঠালিলৈ গলো। কোঠাটো আন দিনাৰ দৰে পৰিপাটি নাছিল। মেজৰ ওপৰত পৰি আছিল 'দৈৱচক্ৰ' খন খোলা অৱস্থাত আৰু বিছনাৰ ওপৰত পৰি আছিল তাৰ কাপোৰ কানিবিলাক থেলিমেলি হৈ। উপন্যাস পঢ়ি থাকোঁতে থাকোঁতেই কোঠা পৰিষ্কাৰ কৰিবলৈ বোধহয় বপুৰাৰ সময়েই নহল।

চাদা অলপ মুখত ভৰাই লৈ কিতাপখন হাতত তুলি ললো। ১৪ শ অধ্যায়ত সি এৰি গৈছে। আগতে এবাৰ পঢ়িছিলো যদিও কিয় জানো দৈৱচক্ৰ খন আকৌ এবাৰ পঢ়িবৰ মন গল। তাৰ বিশৃঙ্খল বিছনাখনতে দীঘল দি সি এৰি যোৱাৰ পৰাই মই আৰম্ভ কৰিলোঁ।

এঘণ্টাৰ ভিতৰতে চাৰিটা অধ্যায় শেষ হৈ গ'ল। ঔপন্যাসিকৰ জীৱন্ত কল্পনাৰ মাজত মোৰ বাস্তৱ সত্ত্বা লাহে লাহে শেষ হৈ যাব খোজা যেন লাগিল। কিতাপৰ মাজৰ পৰা আখৰেৰে সজা বীণাজনী যেন লাহে লাহে ওলাই আহে মোৰ চকুৰ আগলৈ জীয়াই থকাৰ সংগ্ৰামত জৰ্জ্জৰিত আৰু ৰুক্ষ শৰীৰটো লৈ। নিৰ্জ্জীৱ বুলি নিঃসন্দেহ যদিও কিয় জানো মনটোৱে বীণাৰ মানৱীয় সত্বা অস্বীকাৰ কৰিবলৈ টান পায়। বীণা কল্পনা হ'লেও আদৰ্শ জীৱন্ত বাস্তৱ।

কিতাপখন অলপ সময়ৰ কাৰণে জপাই থৈ ভাবো। দুৰ্গম জীৱন পথৰ লেঠাৰি নিচিগা বিপদ বিঘিনিৰ আকাশ লাজ্য পাহাৰ বিলাক এটাৰ পিচত এটাকৈ বগাই বগাই শ্ৰান্ত ক্লান্ত হৈ লক্ষ স্থানত উপনীত হোৱা ধীৰ, স্থিৰ, সতী, সাধ্বী বীণাৰ মহীয়সী নাৰী মূৰ্ত্তিটোৰ সমুখত শ্ৰদ্ধা আৰু ভক্তিত অজানিতে শিৰ দোঁ খাই যোৱা যেন লাগে।.................

দুৱাৰখন ঠেলামাৰি সোমাই আহে ৰমেশ। পাষাণ বাস্তৱৰ বুকুত নিমিষতে বীণা শেষ হৈ যায়। মোৰ হাতৰ কিতাপখন মেজৰ ওপৰলৈ দলিয়াবি দি সি বহি পৰে মোৰ কাষতে। মই তালৈ চাওঁ। চকুদুটা তাৰ তিৰবিৰাই উঠে এটা অবুজ কৌতুহলেৰে

বিচাৰি ফুৰা কিবা এটা পোৱাৰ তৃপ্তি ।................ মুখত এটা দুষ্টামিৰ হাঁহি লৈ সি মোৰ ফালে চালে আৰু লগে লগে জেপৰ পৰা তিনিখন চিঠি উলিয়ালে : দুখন কাৰ্ডৰ—চিনাকি, আৰু এখন এটা নীলাখামৰ—প্ৰায় অচিনাকি । খামটোৰ ওপৰত ডাঙৰকৈ লিখা আছিল Stamped back দুটা দুৰনীয়া টিকট লগোৱা আছিল খামটোৰ জোৰাটোৰ ঠিক মাজতে । মই একো বুজা নাছিলো । কেৱল তাৰ মুখৰ অদ্ভুত ভঙ্গীটোলৈ চাই আছিলোঁ। খব হৈ । সি বিজয়ৰ সপোন দেখিছিল ।

খামৰ চিঠি মোলৈ খুব কমেই আহে ; আৰু নীলা খামৰ চিঠি বোধহয় জীৱনত এই খনেই প্ৰথম । মোৰ কোনো কথা শুনিবলৈকে বাট নাচাই সি খামটো ফালি পেলালে । হয়তো আৰু এটা মিনিটো পলম হোৱা তাৰ সহ্য নহৈছিল ।

"ৰাইটিং পে'ডৰ" দুখিলা নীলা কাগজৰ পূৰা চাৰি পৃষ্ঠাৰ এখন দীঘলীয়া চিঠি । এটা বলিয়া উৎকণ্ঠা লৈ সি তলৰ নামটো বিচাৰিলে । মই তাৰ দৰে সিমান উদ্বিগ্ন হোৱা নাছিলো যদিও মনতে বহুত প্ৰশ্ন হৈছিল চিঠিখনক লৈ । .......................অপ্ৰত্যাশিত ভাৱে নতুন নাম এটা পাই ৰমেশে চিঞৰি উঠিল ;—
"আৰে ! তোৰ মাজুবৌ কোন অ' ??"

নামটোৱে খন্তেকৰ কাৰণে মোকো আচৰিত কৰি নোতোলাকৈ থকা নাছিল । মাজুবৌ..................! হঠাৎ মনত পৰিল ছটা বছৰৰ আগৰ কথা । মনত পৰিল প্ৰায় আধাযুগৰ আগতে অতীতৰ বুকুত এৰি অহা এগৰাকী যুৱতীৰ অকালতে মৰহি যোৱা জীৱনৰ এটি মৰ্ম্মন্তুদ কৰুণ কাহিনীৰ স্মৃতি । মাজুবৌৱে তেন্তে মোক পাহৰা নাই ? মাজুবৌ জনীক এৰি থৈ অহা কিমান দিন যে হৈ গল !

চিঠিখন আনিব খুজিলো ৰমেশৰ হাতৰ পৰা ; কিন্তু সি নিদিলে । মোৰ ওপৰত থকা তাৰ বদ্ধমূল সন্দেহটো হয়তো চিঠিখনৰ নীলাখিনিতে আজি বেছিকৈ জলাই তুলিলে । ইমান দিনৰ মূৰত যেন ৰমেশে তাৰ চিৰ আকাঙ্খিত বস্তুটো আজি হাতৰ মুঠিত পাইছে । সি মোক হয়তো আজি পৰাজয় কৰিব । চিঠিখন ভালকৈ পঢ়ি নোচোৱাকৈয়ে সি দোষাৰোপ কৰিব খোজে মোক । বিজয়ীৰ আনন্দোল্লাসত মোৰ সমুখত চিঠিখন জোকাৰি জোকাৰি সি চিঞঁৰি উঠে—"এই, এতিয়াও বাহাদুৰি কৰিবি নেকি ভীষ্ম বুলি ?.... স্বীকাৰ কৰ মাজুবৌৰ চদ্ম নামত সেইয়া তোৰ কোনোবা গোপন প্ৰিয়া হবনে নহয় !" তাৰ শেষৰ কথাষাৰত মই আচৰিত ভাৱে চক্‌খাই উঠো । মূৰত বজ্ৰপাত পৰা যেন লাগিছিল । সেইদিনাই আটাইতকৈ বেছি খং উঠিছিল ৰমেশৰ মূৰ্খামিবোৰৰ ওপৰত । মাহে মাহে হিচাব নোহোৱাকৈ ৰাইটিং পেডৰ নীলা কাগজ খৰচ কৰি কৰি হয়তো তাৰ এটা জঘন্য ধাৰণা হৈ গৈছে যে নীলা খামৰ চিঠি মানেই গুপুত প্ৰণয়ৰ চলন্ত ইতিহাস । তাক কৈ দিবৰ মন গৈছিল— "সেইখন তই বিচৰাৰ দৰে কাৰোবাৰ নাটকীয় বেকাহাঁহিৰ বোল সনা আৰু দুৰ্ব্বল অন্তৰৰ খন্তেকীয়া উত্তেজনাৰ আবেগময়ী অনুভূতিৰ ৰহন চৰোৱা বজৰুৱা প্ৰেমৰ প্ৰীতি উপহাৰ নহয় ।" কিন্তু মুখেৰে ৰমেশক মই সিমানখিনি কথা কেতিয়াও কব নোৱাৰিছিলো । মোৰ চকু দুটা কেৱল তিতি উঠিছিল । সি যদি জানিলেহেঁতেন মাজুবৌ মোৰ কোন ! ইয়ো হয়তো মোৰেই দোষ । তাৰ আৰু মোৰ মাজৰ সম্বন্ধটোৱে যে মাজুবৌ আৰু মোৰো সম্বন্ধ তাক যদি কাহানিবা সেইটো জানিবলৈ দিলোহেঁতেন, আজি হয়তো ৰমেশে কেতিয়াও এনে নিষ্ঠুৰ ভুল এটা কৰি নেপেলালেহেঁতেন ।

মনটো অতিপাত ভাল লগাৰ কাৰণেই নেকি সিও চিঠিখনৰ নামটোৰ বাহিৰে আন একো পঢ়িব পৰা নাছিল তেতিয়ালৈকে। ভাঁজকৰা চিঠিখন টানকৈ হাতৰ মুঠিত সুমুৱাই ৰাখি সি কেৱল মোক কন্দুৱাইছিল শান্ত বুকুখনত হঠাৎ অমাৰ্জনীয় আৰু অপ্ৰত্যাশিত অপবাদৰ ধুমুহা তুলি।

চিঠিখন আকৌ খুজিলো তাক। এবাৰ দুবাৰ, কেবাবাৰো, কিন্তু নীলা খামৰ নীলা চিঠিখন হাতৰ মুঠিৰ পৰা এৰি দিবলৈ যেন সি আজি একোতেই মান্তি নহব। অসহায় ভাবে চকুলোৰে টোপাল কেইটা মোহাৰি পেলাওঁ।.........

ৰমেশে নিজেই পঢ়ি গল চিঠিখন। মই আগৰ দৰেই বিচনাত পৰিয়েই শুনি গলো মনত এটা উদগ্ৰ হেঁপাহ সামৰি লৈ।

মৰমৰ বুনু,

সুদীৰ্ঘ ছটা বছৰৰ নিবিড় নীৰবতাৰ পিছত হঠাৎ আজি তোমাৰ সেই কোনোবা দিনৰ চিনাকি হতভাগিনী মাজুবৌ জনীৰ অপ্ৰত্যাশিত চিঠিখন পাই নিশ্চয় খুব আচৰিত হৈ পৰিছা নহয়? তোমাৰ স্মৃতিৰ বুকুত মোৰ হয়তো মৃত্যুৱেই হৈছে; নাইবা মৃতপ্ৰায় হৈ জীয়াই আছো মনৰ কোনোবা এটা অন্ধকাৰ গলিত। আজি হয়তো তাত এচেৰেঙা পোহৰ পেলাব পাৰিম। তোমাৰ নিশ্চয় এবাৰ মোলৈ মনত পৰিব।

বুনু, আজি ছটা বছৰে তোমাক দেখা নাই, সেই তাহানিৰ দৰে তোমাৰ লগত এষাৰ কথা পাতিবলৈ পোৱা নাই আৰু তোমাৰ মৌ-মিঠা কণ্ঠৰ 'মাজুবৌ' সম্বোধনী যে কিমান দিন শুনিবলৈ পোৱা নাই। মোক আৰু কেতিয়াবা তোমাৰ মাতিবৰ মন নাযায় নে? এবা, তোমাৰ দৰে কোনেও মোৰ লগত কথা পাতিব নোৱাৰিছিল। হয়তো নাজানিছিল। তোমাৰ বাহিৰে আৰু কোনে বাৰু মোক বেছিকৈ বুজিব পাৰিব? কিন্তু তথাপিও ইমানদিনে মই তোমালৈ এখন চিঠিও দিব পৰা নাই। হয়তো ইচ্ছা কৰিয়েই দিয়া নাই। তুমি বাৰু কি বুলি ভাবিছা মোক? কলেজৰ পৰা দিয়া তোমাৰ দুখন চিঠি পাইছিলো; কিন্তু তাৰো উত্তৰ দিলো নীৰবতাৰেই। বুনু, মই বৰ নিষ্ঠুৰ নেকি বাৰু? প্ৰথমতে কিছুদিন হয়তো ভাবিছিলা তোমাৰ মাজুবৌ-জনী তোমাৰ পৰা আঁতৰি গৈ ভীষণ অহঙ্কাৰী হৈ পৰিছে। পিছত হয়তো আমনি লাগি তেনেকৈ ভাবিবলৈও এৰি দিলা; আৰু অৱশেষত খং আৰু অভিমানত জৰ্জ্জৰিত হৈ এতিয়া নিশ্চয় মোক একেবাৰে পাহৰি যাবলৈকো চেষ্টা কৰিছা। নহয় জানো? এবা বুনু, সংসাৰত পাহৰনিয়েইহে মোৰ উপযুক্ত পুৰস্কাৰ। তথাপি মই জানো—পাহৰাটোৱেই মানুহৰ টান কাম। আনত নহলেও কেতিয়াবা কোনোবা উপন্যাসৰ পাতত তোমাৰ বুকুত অভিমানৰ লৌহ পৰ্দা ভেদ কৰি হলেও মোৰ স্মৃতি নিশ্চয় জাগে। খন্তেকৰ কাৰণে হলেও তুমি নিশ্চয় তেতিয়া অতীতলৈ ঘূৰি চোৱা; কিন্তু মাজুবৌজনী জীয়াই আছে বুলি ভাবিবলৈও হয়তো তোমাৰ ভয় লাগি যায়। তুমি চাগৈ, ভাবা "Woman is as false as a feather in the wind" মাজুবৌৱেও তোমাক একেবাৰেই পাহৰি পেলাইছে। স্বীকাৰ কৰিছো বুনু মোৰ অভাৱনীয় পৰিবৰ্ত্তন টোৱেই তোমাকো মোৰ প্ৰতি তেনেকৈ ভাবিবলৈ বাধ্য কৰাইছে। কিন্তু এইটোও পাহৰি নাযাবা বুনু "Women are wiser than men because they know less and understand more" তুমি মোক কিমান বেয়া পাইছা সেইটো মইয়ো কোনো গুণে তোমাতকৈ কম উপলব্ধি কৰা নাই। দোষী যদিও মোৰ কিয় জানো অলপো ভয় লগা নাই তোমালৈ। হয়তো মৰমবোৰ বেছিকৈ থকাৰ কাৰণেই। তোমাৰ

ওচৰত দোষ কৰাতো যে মোৰ কাৰণে আনন্দ আছে বুলু। কাৰণ তুমি ক্ষমা কৰিব জানা।

সঁচাকৈয়ে বুলু মই তোমাক জীৱনত কাহানিও পাহৰিব নোৱাৰিম। তুমি ইমান ভাল, ইমান মহান, ইমান উদাৰ আৰু ইমান পবিত্ৰ। তোমাৰ দৰেই যদি আনবোৰ মানুহো তেনে হলহেঁতেন, পৃথিৱীখন যে আৰু কিমান সুন্দৰ হৈ পৰিলেহেঁতেন। ইমান কম বয়সতে জীৱনটো ইমান ধুনীয়াকৈ আৰু ইমান নিৰ্ভুল ভাবে চাবলৈ কেনেকৈ যে শিকিলা আমি ভাবিলেও আচৰিত হব লগা হয়। সেইদিনা তোমাৰ কথা বিলাক কেৱল শুনিছিলো আৰু হয়তো তোমাক মৰন কৰিবলৈ নিশিকাহেঁতেন সকলোবোৰ সিমানতেই শেষ হৈয়েই গ'লহেঁতেন। বয়স বেছি নহলেও তুমি যেন পৃথিৱী-খনক হিমালয়তকৈও বেছিকৈ জানা। অপৈণত বয়সৰ হলেও, বাস্তৱ অভিজ্ঞতাৰ অভাৱ হলেও তোমাৰ সেই উৰ্ব্বৰ মগজুৰ অনুপম উপদেশ বিলাকৰ মূল্য আজি মই বঢ়িয়াকৈ উপলব্ধি কৰিছো। জীয়াই থকাৰ কথা ভাবিলেই তোমালৈ মনত পৰে। সঁচাকৈ বুলু যিদিনা মোৰ দেই যোৱা বুকুৰ মাজত তোমাৰ স্মৃতিৰ দোলক অচল হৈ যাব সেই দিনাই বোধহয় মই নিজেও তুষাৰ হৈ যাম। —মোৰ নিজৰ আইৰ বুকুত বাৰু তোমাৰ জন্ম নহল কিয় বুলু ?...............

সেইদিনা অকালতে ভাগি যোৱা জীৱন বীণৰ ছিগি যোৱা তাঁৰ কেইডাল নতুনকৈ জোৰা লগাই দি তুমিয়েই প্ৰেৰণা দিলা জীয়াই থকাৰ,শিকাই দিলা নতুন সুৰৰ সাধনা কৰিবলৈ, সসীম জীৱনৰ কদাকাৰ আঁউসীৰ মাজত অসীমৰ মহাজীৱনৰ পোহৰ বিচাৰি-বলৈ। তুমি দেখুৱাই দিয়া বাটেৰেই গৈ গৈ আজি মই সেই পোহৰ বিচাৰি পাইছো—সৰহকৈ নহলেও অন্ততঃ পৃথিৱীত জীয়াই থাকিবৰ জোখাৰে। বুলু, তোমাৰ আঁৰে আঁৰে ৰচনা কৰা মোৰ এই পোহৰ বিচৰা জীৱনৰ অসম্পূৰ্ণ ইতিহাস খনকেই সংক্ষিপ্ত ভাৱে তোমাক আজি জানিবলৈ দিব খুজিছো। কলমটো আজি কাগজৰ পিঠিত পিচলাই দি ইমান ভাল লাগিছে। তোমাৰ আমনি নেলাগেতো ?

যিদিনা যৌৱনৰ চক্‌চকীয়া সপোনবোৰ দাম্পত্যৰ মাজৰ লাগি নিষ্প্ৰভ হৈ গ'ল, যিদিনা বাসন্তী জীৱনৰ সেউজীয়া আশালতাডাল হঠাৎ মৰহি গ'ল, যিদিনা কৈশোৰ কল্পনাৰ সাতৰঙীয়া ৰামধেনুখনি বৈবাহিক জীৱনৰ ক'লা ডাৱৰে নিষ্ঠুৰ ভাবে গিলি পেলালে সেইদিনাই সেইটো জীৱনৰ সকলো মোহ, সকলো আশক্তি ত্যাগ কৰি পুনৰ মা-দেউতাৰ কাষলৈ উলটি আহিলো। আজিৰ পৰা ছবছৰৰ আগত সেই দিনাও বহাগ মাহৰ বঙালী বিহুৰ নাচোন লগা কোনোবা এটা দিন আছিল। তুমি নিশ্চয় পাহৰি যোৱা নাই সেই দিনটোৰ কথা।...... বৰ বাইদেৱে মোক জোৰেৰে তেখেতৰ দুবাহুৰ মাজত সুমুৱাই লৈছিল। নিজৰা আৰু জুবিয়ে চকুলোৰেই সিহঁতৰ দাদাকৰ হৈ ক্ষমা খুজিছিল। ঘৰখনৰ পৰা ওলাই আহোঁতে মোৰ চিঞঁৰি চিঞঁৰি কান্দিবৰ মন গৈছিল ; কিন্তু কান্দিব মই নোৱা-ৰিলো।

যিটো বহাগে মোক ধুনীয়া কৰি সজাই পৰাই বুকুত এবুকু আশা দি মা-দেউতাৰ কাষৰ পৰা আঁতৰাই নিছিল তেওঁলোকৰ চকুলোৰ মাজেদি সেই একেটা বহাগেই সেইদিনা মোক পুনৰ লৈ আহিছিল তেওঁলোকৰ মাজলৈ বুকুত এবুকু নিৰাশা দি। মা-দেউতাই দ্বিতীয় বাৰৰ কাৰণে মোক লৈ চকুলো টুকিলে। সেইদিনা মাই কান্দিলে, দেউতাই কান্দিলে আৰু বহুতেই কান্দিলে, মই সেইদিনাও কান্দিব নোৱাৰিলো। বোধহয় কান্দিব নজনাটোৱেই মোৰ স্বভাৱ।

জন্মদাত্ৰী জননীৰ কাষলৈ আহি দেউতা আৰু

ভাইভনী কেইটাৰ মৰমবোৰৰ মাজত সোমাই পৰি লাহে লাহে উপেক্ষিত জীৱনৰ মানসিক বেদনাৰ দুৰ্ব্বহ বোজাটো কিছু পাতল পোৱা যেন লাগিল। দেউতাই পাৰেমানে চেষ্টা কৰিছিল মোক বৰ্ত্তমানৰ শান্ত আৰু মধুৰ পৰিবেশ এটাৰ মাজত ৰাখি মৰহা অতীতৰ মৰিশালিৰ কেঁচা স্মৃতিবোৰৰ পৰা আঁতৰাই ৰাখিবলৈ। হৈ যোৱা নিষ্ঠুৰ ঘটনাবিলাক জীৱনৰ এটা দুঃস্বপ্নৰ দৰেই মযো পাহৰি যাবলৈ শিকিলো। সেইবোৰ অলস চিন্তা কৰিবৰ কাৰণে লাহে লাহে মোৰ সময়ো খুব কম হৈ পৰিল। তোমাৰ আদৰ্শ আৰু মোৰ প্ৰতিজ্ঞাৰ খুঁৱৰ সাকোৰেদি আৰম্ভ কৰিলো এক নতুন জীৱনৰ জয়যাত্ৰা।

ওঁঠৰ বছৰীয়া মনটোৰ স্বাভাৱিক চঞ্চলতা আৰু দুৰ্ব্বলতা জয় কৰাটো প্ৰথম অৱস্থাত মোৰ পক্ষে বৰ জটিল হৈ পৰিছিল। হাজাৰ হলেও মইয়োতো মানুহ বুলু—কাঠৰ পুতলাটো নহয়। কেতিয়াবা শেহ ৰাতিৰ সপোনৰ আবেশত বুকুত মোৰ মৰু পথিকৰ আকুল তৃষ্ণা জাগে.....। কেতিয়াবা হঠাৎ মনৰ কোনোবা চুকত গোটখাই থকা কুৎসিৎ বাসনাবোৰ সাৰ পাই উঠি এনেদৰে মোক বিব্ৰত কৰি তোলে যে মোৰ ধৈৰ্য্যচ্যুতি ঘটে বুলি সন্দেহ হয়। কিন্তু তেতিয়া আদৰ্শৰ চেতনাই আত্মৰক্ষাৰ কৱচ পিন্ধায়। কি শক্তিৰ বলত কব নোৱাৰো সিহঁতৰ হাতত আজিও পৰাজয় স্বীকাৰ নকৰাকৈ আগবাঢ়ি আহি আছো আৰু ভৱিষ্যততো তেনেদৰেই থৈ থাকিব পাৰিম বুলি আজি মই ন-দি কব পৰা হৈছো। আদৰ্শৰ লগত যুঁজি যুঁজি দুৰ্দ্দান্ত কামনা বাসনাৰ দল আজি একেবাৰেই অৱশ হৈ পৰিছে, কেৱল সেয়ে নহয় বিপুবিলাককো মই ইচ্ছা মতে শাসন কৰিব পৰা হৈছোঁ। সিহঁত এতিয়া মোৰ অধীনস্থ আজ্ঞাবহ দূত। মাইতৰ চকুৰ পানী বিলাক শুকাই যোৱাৰ পিছত তোমাৰেই নিৰ্দ্দেশিত প্ৰণালীৰে আৰম্ভ কৰিলো মোৰ এই পৰিবৰ্ত্তিত জীৱনৰ প্ৰথম যাত্ৰা। এই অনাহুত জীৱনটোৰ অনাগতৰ ইতিহাসখনৰ প্ৰথম পাতনিখন সেইদিনা এটা সাময়িক উত্তেজনাৰ অৱান্তৰ কল্পনা যেন লাগিছিল; কিন্তু আজি সেই কল্পনাবোৰ জীৱনটোৰ দৰেই বাস্তৱ হৈ পৰিছে। অজানা দেশৰ কিবা এক মধুৰ শান্তিৰ পৰশত জীৱনটোলৈ আজি যেন পুনৰ সজীৱতা ঘূৰি আহিছে। আন্ধাৰ মনৰ গোপন গহ্বৰত লুকাই থকা পিশাচ বাসনাৰ শেষ অস্তিত্ব খিনিও যেন লাহে লাহে নাইকীয়া হৈ গৈছে কোনোবা এক স্বৰ্গীয় জ্যোতিৰ মূৰ্ত্ত আলোকত।

তুমি কোৱা মতেই মহাপুৰুষসকলৰ লিখনিৰ স্তুপীকৃত জ্ঞানসম্ভাৰৰ মাজত বিচাৰি পালো তাপিত প্ৰাণৰ শান্তি নিকেতন। ৰামায়ণ, মহাভাৰত, গীতা ভাগৱত আদিকৰি বহুখিনি আধ্যাত্মিক, নৈতিক, পৰমাৰ্থিক জ্ঞানৰ অমৃতময় অনুপম গ্ৰন্থ মই পঢ়ি শেষ কৰিলো। মোৰ বৰ্ত্তমান জীৱনটোক এইবিলাকৰ অপাৰ জ্ঞান সমুদ্ৰৰ এটি অকণমানি নীলা ঢৌ বুলিব পাৰা। সকলোবোৰ গ্ৰন্থৰ ভিতৰতে গীতাখন মোৰ খুব ভাল লাগে। গীতাই মোৰ জীৱনলৈ এক নতুন বিপ্লৱৰ জোৱাঁৰ আনিলে। ইয়াৰ অলৌকিক আলোকত দেখা পালো জীৱনৰ এক নতুন ৰূপ; চাবলৈ শিকিলো জীৱনটোক নতুন দৃষ্টি ভঙ্গীৰে। এদিন এই নিষ্ঠুৰ পৃথিৱীখনৰ বিৰহ বেদনাৰ উৎকট যাতনাবোৰৰ পৰা অব্যাহতিৰ উপায় এটা পালো; অৱশ্যে আনৰ দৰে মৰণৰ কোলাত নহয়—জীৱনৰ বুকুতেই। সেই কাৰণেই মই আজিও মৰিব পৰা নাই বুলু; আৰু ইয়াৰ বাবেও মোৰ আত্মা তোমাৰ কাষতেই চিৰকৃতজ্ঞ।

পঢ়িবলৈ প্ৰথমে কষ্টেৰে মনক বাধ্য কৰাব লগা হৈছিল; কিন্তু দিন যোৱাৰ লগে লগে পঢ়াটো মোৰ দৈনন্দিন অভ্যাসত পৰিণত হৈ পৰিল। .... ন-পুৰণি

বহুত সাহিত্যও পঢ়িলো আৰু এতিয়াও পঢ়া মোৰ শেষ হোৱা নাই। বৰ্ত্তমান ইংৰাজী সাহিত্যৰ সোৱাদ লবলৈ চেষ্টা কৰিছোঁ। 'ইলিয়াড' আৰু 'ওডেচি' প্ৰায় শেষ হৈছে। পঢ়াটো আজিকালি মোৰ এটা নিচা।

কিহৰ প্ৰভাৱত জানো কব নোৱাৰাকৈয়ে এদিন মোৰ মনটো যৌৱনৰ স্বপ্নালুটা সেউজীয়াখিনিৰ প্ৰতি, জীৱনৰ ধুনীয়াবোৰৰ প্ৰতি অনাসক্ত হৈ পৰিল। ডিঙিৰ দোতোলা সোণৰ 'নেক্লেচ ডাল আৰু হাতৰ হীৰাৰ আঙঠিটো মোৰ চকুত পৃথিৱীৰ আটাইতকৈ মূল্যহীন আৰু অপ্ৰয়োজনীয় বস্তু যেন লগা হ'ল। সিহঁত আপোনা আপুনি মোৰ পৰা আঁতৰি পৰিল। দামী দামী কাপোৰ বিলাক জোৰ কৰি ভনীজনীক দি দিলো; আৰু সকলোৰে শেষত কপালৰ সেন্দুৰৰ ফোঁটটোও নিষ্ঠুৰ ভাৱে খুব সহজে নিজ হাতেই মোহাৰি পেলালো। তুমি চাগৈ খুব আচৰিত হৈছা নহয়? কিন্তু সি মোক কেতিয়াবা বৰ আমনি কৰেহে। জীৱনৰ সেন্দুৰ ৰঙা সপোনবোৰেই যেতিয়া লেৰেলি গ'ল এইখিনি সেন্দুৰৰনো প্ৰয়োজন কি? তদুপৰি এই ৰঙাখিনিত মাজে মাজে যেন মই কঁপি উঠা দেখিছিলো মোৰ আদৰ্শৰ অকাল মৃত্যুৰ বীভিষিকা।.... মোৰ বৰ ভয় লাগে বুলু। সেই কাৰণেই যিমান পাৰো সোনকালেই তাক শেষ কৰি পেলালো। তোমাকো নুসুধিলো। মাৰ চকুৰ পানী আৰু দেউতাৰ হুমুনিয়াহেও মোক বাধা দিব নোৱাৰিলে। সধবা আৰু বিধবাৰ অমীমাংসীত জীৱনতকৈ মীমাংসীত বৈধব্যকেই মোৰ বেছি ভাল লাগে। সেইদিনা সকলোৰে সমুখত স্পষ্ট কৈ দিছিলো।

বুলু, মই এতিয়া নতুন এক শ্ৰেণীৰ বিধবা, যি স্বামী হাঁহি হাঁহি পৃথিৱীত জীয়াই থাকোঁতেই নীৰবতাৰ বৈধব্যৰ চকুলো টোকে। পৃথিৱীৰ পুৰণি ইতিহাসত হয়তো মোৰ বৈশিষ্ট্য একো নাই; কিন্তু তোমালোকৰ আধুনিক সমাজখনত নিশ্চয় মোৰ জীৱনৰ এক ৰহস্য-পূৰ্ণ নতুনত্ব আছে।

বুলু, পাৰ হৈ যোৱা ছটা বছৰৰ একচিতীয়া সাধনাৰ ফলত তোমাৰ সেই আজলী মাজুবৌ জনীৰ আজি এক নাটকীয় পৰিবৰ্ত্তন ঘটিছে। আজি তোমাৰ মাজুবৌ জনীক আৰু কোনেও অবলা বুলি হাঁহিব নোৱাৰে। তেওঁ জীৱনক এক নতুন গঢ় দি নিজৰ ভৰিত নিজে থিয় দিবলৈ শিকিছে। আজি মোৰ জীৱনৰ গৰাকী মই নিজে। ইয়াতকৈ সুখ আৰু মই কেতিয়াও কতো নিবিচাৰো।

অবৈধ হলেও সমাজ সন্মত নহলেও বহুতে মোক উপদেশ দিছিল আকৌ বিয়া কৰাবলৈ; কিন্তু মই কেতিয়াও সন্মত হব নোৱাৰিলো। বুলু, মই হব পাৰো অনাদৃতা, উপেক্ষিতা আৰু বঞ্চিতা, কিন্তু সেই বুলিয়েই মই দ্বিচাৰিণী কেতিয়াও হব নোৱাৰো। তুমিতো সকলোবোৰ জানাই বুলু, তেওঁ বাৰু ইমান সোনকালে, ইমান সহজে, ইমান নিষ্ঠুৰ ভাৱে মোৰ পৰা কেনেকৈ আঁতৰি যাব পাৰিলে? মইতো তেওঁক খুব ভাল পাইছিলো। মানুহৰ কাষৰ পৰা জানো মানুহ এনেদৰে আঁতৰি যাব পাৰে? মই বাৰু আন বিলাক ছোৱালীৰ দৰে তেওঁক ভাল পাই বিয়া নকৰাই বিয়া কৰাই ভাল পাব খোজাটোৰেই মোৰ দোষ হ'ল নেকি?...... শ্বিলং পাহাৰৰ বুকুত বোলে তেওঁৰ প্ৰেতাত্মা এতিয়াও জীয়াই আছে। কাষত আজিকালি কোন থাকে নাজানো।....

বুলু আৰু বহুত কিবা কিবি লিখিবৰ মন যায়; কিন্তু "When the heart is full words are few" তোমাৰো চাগৈ আমনি লাগিছেগৈ এই অসংলগ্ন নিৰস কথাবিলাক পঢ়ি। আৰু বেছি নিলিখো দেই। মাত্ৰ এটা সু-খবৰেৰে আজিলৈ সামৰণি মাৰিম। —আজি ২২ জুলাই নহয়? আসাম ট্ৰিবিউনখন চাবা, মেট্ৰিকুলেশ্যা-নৰ ৰিজাল্ট আছে। মই ২য় বিভাগত পাছ কৰিছো।

ব'ল, মোৰ নং এফ, পি, ১৭। কাগজৰ পিঠিত প্ৰথমেই নম্বৰটো দেখি মোৰ যিমান আনন্দ লাগিছিল তাতোকৈ হাজাৰ গুণে বেছি ভাল লাগিছে তোমাক কবলৈ পাই যে তোমাৰ মাজুবৌয়ে তোমাৰেই কোনোবা দিনাৰ কুমলীয়া উপদেশ বিলাক কাৰ্য্যকৰী কৰিবলৈ সমৰ্থ হৈছে। কেৱল মোৰেই নহয়, নিজে কোৱা কথা বিলাক পাহৰি যোৱা নাই যদি তোমাৰো আজি হিয়া উজাৰি আনন্দ কৰাৰ দিন—নিজৰ কাৰণে নহলেও তোমাৰ মাজুবৌৰ কাৰণে। মোৰ হাঁহিৰ মাজত আজি জিলিকি উঠিছে ছবছৰৰ আগৰ এটা কেঁচা সপোনৰ দাহেচীয়া বাস্তৱ।—তুমি জানো আজি গৌৰৱ অনুভৱ নকৰাকৈ নীৰৱে থাকিব পাৰিবা ?—

মৰম আৰু আশীৰ্ব্বাদ লবা দেই। উত্তৰো সোনকালেই পাম বুলি বাটচাই থাকিলো। ইতি

মৰমেৰে তোমাৰ
—মাজুবৌ—

নামটোৱে পুনৰ মোৰ তন্ময়তা ভাঙি দিলে। চিঠিখন শেষ হৈ গ'ল। মোৰ কাণত পৰিল ৰমেশৰ দীঘল গভীৰ হুমুনিয়াহটো আৰু কাগজ ভাঁজ কৰাৰ খচ্ খচ্ শব্দ। তাৰ মুখলৈ চালো। চকু দুটাত ৰমেশৰ দুচকু পানী। বুজিব নোৱাৰিলো সেইবোৰ কিহৰ চকুলো—হয়তো অনুতাপৰ, হয়তো বেজাৰৰ, হয়তো সহানুভূতিৰ। ক্ষন্তেক দুয়োটা নীৰৱ। তাৰ পিচত এনেয়ে তাৰ কান্ধে হাতখন আগবাঢ়ি গ'ল। এইবাৰ সি আপত্তি নকৰিলে। হয়তো কৰিবৰ তাৰ শক্তি নহল। চিঠিখন মোৰ হাতত গুজি দি সি কলে—"ভাই! তোক সঁচাই বৰ আঘাত দিলো; কিন্তু চা তাৰ বাবে মই এইয়া চকুলোৰে অনুতাপ কৰিছো........। মোক ক্ষমা কৰনে নকৰ কব নোৱাৰো; কিন্তু মাজুবৌক আৰু মোৰ আগত গোপন কৰি ৰাখিবৰ চেষ্টা নকৰিবি। ক মাজুবৌৰ কথা আৰু কম বুলি। এটোপাল তপত চকুলো মোৰ সোঁহাতখনৰ ওপৰত সৰি পৰিছিল তাৰ চকুৰ পৰা। ৰমেশটো বৰ চেণ্টিমেণ্টেল। অলপ আগলৈকে হয়তো কোনেও ভাবিব পৰা নাছিলো এনেকুৱা এটা অৱস্থাৰ কথা। মোৰ মনটোও হঠাৎ অস্বাভাৱিক হৈ পৰিছিল। তথাপিও ৰমেশৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰিলো। পাৰোমানে কৈ যাবলৈ চেষ্টা কৰিলো মাজুবৌৰ জীৱনৰ চিঠিখনে নোকোৱা কথাবোৰ। সি চিগাৰেট এটা জ্বলাই ললে।

ৰমেশ, মাজুবৌ আচলতে মোৰ মাজুদাদাৰ পত্নী নহয়। মাজুবৌ বহুতৰেই মাজুবৌ আছিল; আৰু সেই কাৰণেই মইও তেওঁক মাতিছিলো মাজুবৌ বুলিয়েই। তেতিয়া মাজুবৌ শহৰৰ ঘৰত সদ্যবিবাহিতা ন-বোৱাৰী। এজন ডেকা সামৰিক বিষয়াৰ লগত তেওঁৰ বিয়া হৈছিল; দৰাচলতে তেতিয়াৰ পৰাহে মই মাজুবৌক চিনি পাইছো। শহুৰৰ ঘৰতেই মোৰ লগত প্ৰথম পৰিচয় হয় তেওঁৰ।

ষোড়শী যুৱতী মাজুবৌৰ সাগৰনীলা ধুনীয়া চকু-যুৰীত অনাগত দাম্পত্যৰ এহেজাৰ এটা সপোন লৈ বসন্ত কলিৰ কোনোবা এটা জোনালী নিশাৰ শেহ ৰাতিৰ পাতল কুঁৱলীসনা জোনাকবোৰৰ মাজে মাজে পৰিচিত অপৰিচিত মানুহজনৰ লগত সেইদিনা তেওঁ আহিছিল এখন নতুন সংসাৰৰ মাধুৰি বিচাৰি এটা নতুন পৰিয়ালৰ মাজলৈ কিন্তু দুবছৰ নৌ হওঁতেই তেওঁৰ সেই সেউজীয়া সপোনবোৰ এটা এটাকৈ লেৰেলি গ'ল—বাস্তৱৰ নিঠুৰ পৰশত।

ফুলশয্যাৰ পিচদিনাই মাজুবৌৰ স্বামী গুচি গ'ল শিলঙলৈ। কিয় গুচি গ'ল মাজুবৌৱে নুবুজিলেও, নুসুধিলেও। কাঠৰ পুতলাৰ দৰে তেওঁ নীৰৱে চাই আছিল মানুহজন ওলাই যোৱা। তেওঁ ভাবিছিল হয়তো তেওঁৰ স্বামী সোনকালেই আকৌ আহিব। কিয় জানো এটি অনুৰোধো তেওঁ কৰিব নোৱাৰিলে





বনৰ মুকুতা :— ……তুজিত স্বচ্ছ জল সুৰভি-শীতল বায়ুৰ পৰশ পাই……

মানুহজনক ; এধাৰ কথাও তেওঁ মুখ খুলি ক'ব নোৱাৰিলে হয়তো চৰকাৰী চাকৰিয়ালৰ নিষ্ঠুৰ দায়িত্ব বোধৰ কথা তেওঁৰ মনত পৰিছিল ।—ঘূৰণীয়া পৃথিৱীৰ বেঁকা পথত খোজ নকঢ়া মাজুবৌৱে বিশ্বাসঘাটক মানুহৰ কৃত্ৰিম দায়িত্ববোধৰ অন্তৰালত লুকাই থকা জঘন্য মনোবৃত্তিৰ কুৎসিৎ অভিসন্ধিবোৰ অলপো বুজিব নোৱাৰি ছিল । সেয়েহে তেওঁ মানুহজনক বহুদিনলৈকে সহজ ভাৱেই বিশ্বাস কৰি থাকিব পাৰিছিল প্ৰাণৰ গোপন আশাবোৰ জীয়াই ৰাখি ।.........................

দিন বিলাক গৈ থাকে ............এটা এটাকৈ দুটা বসন্ত পাৰ হৈ যায় মাজুবৌৰ উদ্বেলিত যৌৱনটোক পুৰণি কৰি । তৃষাতুৰ দুচকুত হাজাৰ উজাগৰী নিশাৰ অৱসাদ, অতৃপ্ত বুকুত দুকুল উপচি থকা এবুকু মৰম আৰু সেঁতাপৰি যাব খোজা ওঁঠত তেতিয়াও জীয়াই থাকিব খোজা মিচিকীয়া হাঁহিটো লৈ কোনোবা এক মধুযামিনীৰ মাহেন্দ্ৰক্ষণত প্ৰিয়জনৰ অপেক্ষাৰতা মাজুবৌ জীয়াই থাকে—পতিপ্ৰেমৰ শলিতা জলাই । শিখাটো কেতিয়াবা কঁপি উঠে—শলিতা নুমাই যাব খোজে ; কিন্তু মাজুবৌৱে জোৰ কৰি তাক জ্বলাই ৰাখিব খোজে ।

পৃথিৱীখনলৈ বহুত পূৰ্ণিমা আহিল আৰু বহুত জাঁউসী শেষ হৈ গ'ল । এইবোৰৰ হিচাব কৰি কৰি মাজুবৌ ভাগৰি পৰে । তেওঁৰ আশাৰ আকাশত তৃতীয়া জোনবো উদয় নহয় । তেওঁৰ জীৱনত হয়তো পক্ষান্ত নহ'ব । কেতিয়াবা মাজুবৌৱে ভাবিছিল । কেতিয়াবা, কেতিয়াবা মৰআঁউসীৰ দুপৰ নিশা অকলশৰীয়া কোঠাটোৰ পৰা ওলাই গৈ বাহিৰৰ বিকট আন্ধাৰটোৰ মাজত লুকাই পৰিবৰ মন যায় তেওঁৰ। .....................কেলেঙাৰখনৰ বগা তাৰিখবোৰো তেওঁৰ আৰু চাবৰ মন নোযোৱা হয় ।

সুদীৰ্ঘ দুটাকৈ বছৰ স্বামীৰ অদৰ্শন, তেওঁৰ নিষ্ঠুৰ উদাসীনতা আৰু অৱহেলাৰ চেপাত পৰি মাজুবৌৰ অন্তৰৰ পৰা স্বামীৰ ভালপোৱাৰ ওপৰত থকা গভীৰ বিশ্বাস খিনি লাহে লাহে শেষ হৈ যাবলৈ ধৰিলে । অসহায়া মাজুবৌ দিনে দিনে বেছি অধৈৰ্য্য হৈ পৰিল । অনাগত ভবিষ্যতৰ কিবা এক অনিশ্চিত আৰু আসন্ন বিপদৰ আশঙ্কাত তেওঁৰ মনটো একেবাৰে ভাঙি পৰে । ক'ব নোৱাৰাকৈয়ে ঘনে ঘনে তেওঁৰ বুকুখন যেন কঁপি উঠে । চকুৰ আগতে কিহবাৰ বিকট মূৰ্ত্তি দেখি । সতীত্বৰ ওপৰতেই কেতিয়াবা ধিক্কাৰ আহে মাজুবৌৰ । ৰমেশ, নিজৰ বিবাহিত স্বামীৰ এনে অনাদৰ সহ্য কৰি এধানি মৰমৰ পৰা, আনকি মনক বুজনি দিবলৈকে দুটা আখৰৰ পৰাও বঞ্চিতা হৈ বোধহয় কোনো সাধ্বী তিৰুতাই স্বামীৰ চৰিত্ৰৰ ওপৰত সন্দেহ নকৰাকৈ থাকিব নোৱাৰে । মাজুবৌৰ মনটো হ'বলৈ ধৰিলে এনে সন্দেহৰ উল্কাপাত । ধাৰণা যদিও তেওঁৰ নিৰ্ভুল আছিল, সত্য তেতিয়াও অনাবিষ্কৃত, তেতিয়াও সন্দেহৰ কুঁৱলীৰ মাজতে ।

বিশ্বাস কৰিবৰ মন নগৈছিল যদিও মাজুবৌৱে হয়তো কাহানিবাই বুজিছিল যে তেওঁৰ স্বামী হয়তো অন্য কাৰোবাৰো স্বামী । সঁচাকৈয়ে ৰমেশ, মাজুবৌক মানুহজনে বিয়া কৰাইছিল কেৱল সমাজৰ চকুত ধূলি দি আত্ম ৰক্ষা কৰিবলৈ—তেওঁক ভাল পাবলৈ নহয় । কিন্তু সত্য জানো সদায় গোপন কৰি ৰখাটো সম্ভৱ ? এদিন ভণ্ডামিৰ আৱৰণেৰে ঢাকি ৰখা তেওঁৰ এই নিষ্ঠুৰ বিশ্বাসঘাটকতাৰ ঘৃণনীয় অভিসন্ধিটো সকলোৰে আগত ওলাই পৰিল । সেই দিনাও মাজুবৌৰ বাহিৰে পৰিয়ালটোৰ সকলোৱে কান্দিছিল । মনৰ কথাবোৰ কাণেৰে শুনি চকুৰ চকুলোবোৰ বুকুত লুকুৱাই থৈ মাজুবৌ সেইদিনা অলপ বেছিকৈ গহীন হৈ পৰিছিল মাত্ৰ । তেওঁৰ প্ৰতি সহানুভূতিত

বহুতৰেই অন্তৰ জেকি উঠিছিল সেইদিনা। সান্ত্বনাৰ চৌৰৰ বুলনিৰ লগে লগে গোপনে নানা জনে নানা ভাৱে উপদেশ দিছিল মাজুবৌক। তেওঁ অবিৰাম শুনি গৈছিল নিৰ্ব্বাক নিস্পন্দ ভাৱে পিৰামিডৰ মামী-বোৰৰ দৰে। মনলৈ ধুমুহা আহিছিল যদিও তেওঁক অলপো বিচলিত হোৱা যেন নেলাগিছিল।

কোনো প্ৰতিবাদ নকৰাকৈ, কাৰো বিৰুদ্ধে ভুলতো অলপো বিদ্ৰোহ নকৰাকৈ জীৱনৰ এই পাষাণ নিষ্ঠুৰ আঘাতটো নিয়তিৰ অভিশাপ বুলিয়েই নীৰৱে মানি ল'লে মাজুবৌৱে। সেইদিনহে মই ভালকৈ চিনি পাইছিলো তেওঁৰ মাজত লুকাই থকা প্ৰকৃত নাৰী মুৰ্ত্তিটো ; কিন্তু বহুতে তেতিয়াও তেওঁক চিনি নাপালে আৰু বুজিব নোৱাৰিলে সেইকাৰণে বহুতে মাজুবৌক ভুলকৈ বুজিছিল। বহুতে ভাবিলে হয়তো আগন্তুক বিপদৰ সঙ্কেত পাই তেৱেঁ। কাৰোবাৰ কামত নিজৰ পথ স্থিৰ কৰি ৰাখিছে। মাজুবৌৱে অৱশ্যে তেনে কৰিছিল। যিদিনাই মাজুবৌৱে বুজিব পাৰিলে যে তেওঁ জীৱনৰ বেছ্ ক'চত ভুল খোঁৱা ধৰিলে, সেইদিনাই ভবিষ্যতৰ কাৰণে সাজু হৈছিল। কিন্তু আনে ভবাৰ দৰে নহয়। তিৰোতা বহুত লগ পাইছো ৰমেশ ; কিন্তু মাজুবৌৰ দৰে নাৰী জীৱনত কেৱল তেওঁকেইহে প্ৰথম দেখিছো। কেতিয়াবা মাজুবৌক সৃষ্টিৰ এক বুজিব নোৱাৰা ৰহস্যৰ দৰে লাগে। তেওঁ কেতিয়া কান্দে বা কান্দে নে নেকান্দে কোনেও নাজানে। আনকি মইও জানিব নোৱাৰিলো। সকলো সময়তে তেওঁৰ ওঁঠত বিৰিডি থকা হাঁহিৰ ৰেখা কেইটা দেখিলে তোমাৰো সন্দেহ হ'ব মাজুবৌৱে কান্দিব জানেনে নাজানে? তেওঁ হয়তো কান্দিবলৈ শিকাই নাছিল। সেইকাৰণে বোধহয় আনে কান্দিবৰ সময়তো মাজুবৌৱে হাঁহিব খোজে।

বয়স অনুপাতে মাজুবৌৰ বিচাৰশক্তি বেছি প্ৰখৰ আৰু পৈণত আছিল। কানতকৈ চকুক বেচিকৈ বিশ্বাস কৰাটোও তেওঁৰ আন এটা স্বাভাবিক বৈশিষ্ট। সেইকাৰণেই সকলোৱে জনাৰ পিচতো স্বামীৰ শ্বিলঙৰ জঘন্য কাহিনীটো নিজ চকুৰে নেদেখালৈকে মাজুবৌৱে নিৰ্ঘাট সত্য বুলি মানি ল'ব পৰা নাছিল।

প্ৰত্যক্ষ ভাৱে শেষ সত্য আৱিষ্কাৰৰ কাৰণেই মাজুবৌ এদিন শ্বিলঙ পালেগৈ। কিন্তু তেওঁৰ কুমলীয়া বুকুখন ঠেকেচি ঠেকেচি ভাঙি সেই নিষ্ঠুৰ সত্য পাহাৰৰ আঁৰৰ পৰা এদিন ওলাই আহিল। আপ্ৰাণ চেষ্টাৰে মনক দমাই বাখি নিজৰ স্বামীৰ কাষতেই চৰাই খৰৰ আলহীৰ দৰেই তেওঁ কেইবা দিনো থাকিল। মানুহ জনে মানুহে কৰিব পৰা সকলো খিনি চেষ্টা আৰু কৌশল প্ৰয়োগ কৰিছিল মাজুবৌক ফাঁকি দিবলৈ ; কিন্তু একেটা ঘৰৰে সিমুৰৰ কোঠাটোত থকা খাটীয়া গাভৰু জনীৰ কোলাৰ চাৰিবছৰীয়া ল'ৰাটোৱে যি দিনা অকস্মাতে মাজুবৌৰ সমুখতে তেওঁক "বাবা" বুলি মাতি দিলে ; সেইদিনাই তেওঁৰ হাজাৰ কৌশল নিমিষতে ধুলিস্যাৎ হৈ গ'ল। অকল সেয়ে নহয় ৰমেশ, কোঠাটোৰ কোনোবা এটা চুকত গোট খাই থকা ৰঙা-নীলা বটলবোৰ, তিৰুতা জনী আৰু সেই ল'ৰাটো— প্ৰত্যেকটোৱেই যেন মাজুবৌৱে বিচৰা সত্যৰ জলন্ত ফিৰিঙতি। তাত আৰু হয়তো এক মুহূৰ্ত্তও তেওঁৰ জীয়াই থকা সম্ভৱপৰ নাছিল। হৃদয় দেৱতাৰ গোপন পূজাৰ প্ৰদীপ নুমাই, পাইন গছৰ আঁৰতেই তেওঁৰ প্ৰথম যৌৱনৰ ভাল পোৱাৰ নিষ্ঠুৰ সমাধি ৰচি মাজুবৌ গুচি আহিল শ্বিলঙৰ পৰা। ৰমেশ, সদৌ শেষত শ্বিলঙেই মাজুবৌৰ সকলো মানবীয় আশাযাকাঙ্খ্যা আৰু অনুভুতিৰ ওপৰত শিলাবৃষ্টি কৰি একৰকম বৈৰাগ্যৰ মালা পিন্ধাই নমাই পঠালে ভৈয়ামলৈ —হয়তো সেউ-

জীয়া ধৰণীৰ কুঁহিপাতবোৰকে বুকুৰ বাকী থকা মৰম কণেৰে আপোন কৰি ল'বলৈ। তই হয়তো ভাবিছ শ্বিলঙৰ পৰা ঘুৰি অহাৰ পিচতো মাজুবৌয়ে কেনেকৈ আত্মহত্যা নকৰাকৈ থাকিব পাৰিলে। কিন্তু ৰমেশ, জীয়াই থাকিবলৈকেহে মাজুবৌয়ে খুব ভাল পায়। জীৱনৰ প্ৰতি নিজেও নুবুজা তেওঁৰ এটা উৎকট মোহ আছে। মাজুবৌৰ কেইটামান কথা মই আজিও পাহৰিব পৰা নাই। শ্বিলঙৰ পৰা অহাৰ পিচত তেওঁ কৈছিল: "বুলু, পৃথিৱীখন জীয়াই থাকিলে এজন মানুহৰ অভাৱে মোক কেতিয়াও মাৰি পেলাব নোৱাৰে।—আৰু সেই জন মানুহেওটো মোক সদায় জীয়াই ৰাখিব নোৱাৰে। এতিয়াবে পৰা মোৰ কাম্য হ'ব কেৱল জীয়াই থকাটো ......................।"

ইয়াৰ কিছুদিনৰ পিচত মই গুচি আহিলো কটন কলেজলৈ আৰু মাজুবৌ গুচি গ'ল দেউতাকৰ কাষলৈ। তাৰ পৰাই মাজুবৌ আজিলৈকে মোৰ ওচৰত নীৰৱ আছিল। আজি আকৌ চিঠিৰ মাজতেই তেওঁক লগ পাইছো।......................এই জনীয়েই তই ভুল কৰিব খোজা মোৰ মাজুবৌ। এতিয়া নিশ্চয় তোৰ ভুল ভাগিছে ৰমেশ!

আকৌ এটা দীঘল হুমুনিয়াহ মোৰ কাণত পৰি কোঠাটোৰ ক'লা বোবৰ মাজত লাহে লাহে নাইকীয়া হৈ গ'ল।.... ......................

আৰোবাত তেতিয়া গান দিছে:—

দেখ্ তেৰে সংসাৰকা হাউলত্
ক্যা হো গয়া ভগৱান্
কেত্না বদল গয়া ইনসান্......................

মই টিউচনলৈ ওলাই গ'লো। ৰমেশ তেতিয়াও বহি-য়েই আছিল।



বিজ্ঞানৰ জোৰবাতি

# বিজ্ঞান আৰু মানুহ

(SCIENCE AND HUMANITY)

—অতুলানন্দ গোস্বামী

জ্ঞান মানুহৰ জন্মগত। উপজি অহাৰ লগে লগেই মানৱ শিশুৰ অন্তৰত বহুত প্ৰশ্ন হয়। বহুত প্ৰশ্নৰ সমাধান বিচাৰে। পোহৰময় বহল জগতখনৰ চিনাকি বিচাৰে, মনঃপুত উত্তৰ নাপায় বাবেই কান্দি দিয়ে। তাৰ উপৰিও জন্মৰ দুই বা তিনি ঘণ্টাৰ পিছতে মাকৰ বুকুৰ গাখীৰ খাবলৈ কোনো শিশুক শিকাই দিব নালাগে। তাৰ পিছত যেতিয়া শিশু ক্ৰমে ডাঙৰ হৈ আহে বহুত কথা নিজেই বুজে। পাৰিপাৰ্শ্বিকতাৰ লগত এই 'বুজা'ৰ যদিও বহুত সম্পৰ্ক আছে তথাপি ভালেমানবোৰ অৱস্থাত শিশুৰ স্ব-জ্ঞান পৰিলক্ষিত হয়। ধুনীয়া বস্তু দেখিলে তৃপ্তি পাই হঁহা বা আন্ধাৰত অস্বস্তি পোৱা ইত্যাদি অনুভূতিবোৰ শিশুৰ স্বজ্ঞান প্ৰণোদিত। ক্ৰমান্বয়ে এই জ্ঞান বৃদ্ধি পায় শিশুৰ বয়সৰ লগে লগে। চৰ্চা আৰু অভিজ্ঞতাই তাক ঠাঁচ দিয়ে আৰু শেষে পিছলৈ মানুহৰ চৰিত্ৰ, স্বভাৱ আদিত বিকাশ পাই এজন বিশেষ ব্যক্তি গঢ়ি তোলে।

এই জানিবৰ প্ৰয়াস আৰু জনাটোকে সহজ ভাৱে জ্ঞান লিপ্সা আৰু লব্ধ জ্ঞান বুলি আখ্যা দিব পাৰি। আৰু এই জ্ঞানেই বিজ্ঞানলৈ ৰূপান্তৰিত হয় যেতিয়া মানুহে ব্যক্তিগত দুই চাৰি বস্তুৰ বিষয়ে জনাতকৈ প্ৰকৃতিত দৈনন্দিন ঘটি থকা ঘটনা আৰু প্ৰকৃতিৰ অৱস্থাবোৰৰ স্বৰূপ জানিবলৈ চেষ্টা কৰে।

বিজ্ঞানৰ লগত মানুহৰ সম্বন্ধ নতুন নহয়। পৃথিৱীত মানুহে যেতিয়াৰে পৰা নিজকে মানুহ বুলি চিনিব পাৰিলে তেতিয়াৰে পৰা বিজ্ঞানৰ লগত এই জীৱৰ ওতঃপ্ৰোত সম্বন্ধ। আজি কেইহাজাৰমান বছৰৰ আগতে পৃথিৱীৰ মানুহৰ যিটো অৱস্থা আছিল বৰ্ত্তমান সেই অৱস্থা নাই। অৱস্থাৰ এই পৰিৱৰ্ত্তটোকে আমি সভ্যতাৰ পৰিৱৰ্ত্তন আখ্যা দিওঁ। সভ্যতাৰ পৰিৱৰ্ত্তনেই বিজ্ঞানৰ ক্ৰমবিকাশ।

চাৰ্লচ্ ডাৰউইনে থিৰ কৰা বান্দৰটোৰ পৰা নেজডাল আৰু নোমবোৰ সৰি যেতিয়া এই বিশেষ জীৱই মানুহ ৰূপ পালে সেই সময়ৰ "মানুহে" জীয়াই থাকিবৰ বাবে আহাৰৰ সন্ধান কৰিব লাগিছিল আৰু সৃষ্টিবৃদ্ধিত অংশ লৈছিল। ক্ৰমে ভৌগোলিক অৱস্থান আৰু প্ৰাকৃতিক প্ৰভাৱে মানুহৰ ৰূপ লাহে লাহে মাৰ্জ্জিত আৰু ধুনীয়া কৰি আনিলে। লগে লগে মানুহবোৰ "বেছি সভ্য" হৈ আহিবলৈ ধৰিলে। কেঁচাই খোৱা মঙহতকৈ হাৰিত জুই লাগি পোৱা মঙহ খাবলৈ

বেছি সোৱাদ পালে। আৰু জুতি পাই জুই লগাৰ কাৰণ অনুসন্ধান কৰি যেতিয়া দেখিলে কাঠে কাঠে ঘঁহনি খাই জুই ওলায়। তাৰ আৰু সহজ উৎপত্তিৰ বিষয়ে গৱেষণা কৰিবলৈ ধৰিলে। তাৰে ফলত প্ৰথমে শিলে শিলে, পিচত শিলে শিলে আৰু তুলাৰ সহযোগত আৰু পিচত শিল, শিল আৰু খাৰৰ পৰা জুই উলিয়াবলৈ ধৰিলে। খাৰ যদিও বহুত পিচৰ উৎপন্ন বস্তু। মানুহৰ হাতে জুইৰ প্ৰস্তুতি কাৰণেই পৃথিৱীৰ সভ্যতাৰ বুৰঞ্জীৰ একমাত্ৰ উল্লেখযোগ্য আৰু আটাইতকৈ প্ৰয়োজনীয় অধ্যায়।

জুই যেতিয়া মানুহৰ হাতলৈ আহিল সভ্যতাৰ এক অদ্ভুত পৰিবৰ্ত্তন পৰিলক্ষিত হ'ল। ধাতুৰ ব্যৱহাৰ শিকিলে, ধাতুৰ অস্ত্ৰ-শস্ত্ৰ তৈয়াৰী কৰিবলৈ শিকিলে আৰু লগে লগে শিকিলে বৰ্ব্বৰতা এৰি দিবলৈ। প্ৰকৃতিৰ বহুত কথা জনা যেন পাই মানুহৰ মনলৈ উচ্চাস্বিকা ভাব আহিল আৰু নিজকে নাঙঠ পাই লাজ পাবলৈ ধৰিলে। গছৰ বাকলিৰ বসন কৰিবলৈ শিকিলে। তেতিয়ালৈকে মানুহৰ আহাৰ হাবিৰ জন্তু আৰু গছে দিয়া ফলেই আছিল। একেখন হাবিতে বন্য জন্তু সদায় নাথাকে বা চুকাই যায় আৰু গছৰ ফল মূলো সদায় পোৱা নাযায় আহাৰৰ অভাৱ হয়। এই অভাৱেই খুব সম্ভৱ আনাৰ সভ্যতাৰ দ্বিতীয় অধ্যায়। মানুহে আহাৰ্য্য বিচাৰি ঠাই সলায়। শেষত তাতো অতিষ্ঠ হৈ গবেষণা কৰি পায় যে প্ৰকৃতিক কিছুপৰিমাণে জব্দ কৰি আহাৰ্য্য আদায় কৰিব পৰা হয়—কৃষিৰ যোগেদি। মাটি চহাই তাত হাবিত পোৱা ফলৰ গুটি পুতিলে আকৌ গছ গজে। প্ৰাকৃতিক ঘটনা। মানুহে অস্বীকাৰ কৰি ধৰিললে সেইটো মানুহৰ কাম। উৎসাহ বাঢ়ি গ'ল আৰু পিছলৈ সাৰ আদিৰ ব্যৱহাৰ বুজি পালে।

কৃষিয়ে যেতিয়া আহাৰৰ যোগান ধৰিলে মানুহে ঘৰ এখনৰ প্ৰয়োজন অনুভৱ কৰিলে আৰু সেই ঘৰেই পিছলৈ সমাজ আৰু তাৰো পিছলৈ ক্ৰমে দেশ, ৰাজ্য আদিলৈ সলনি হৈ ৰাজনীতিৰ সৃষ্টি কৰিলে।

ইতিমধ্যে বনৰ বহুতো জন্তু মানুহে নিজৰ কামত খটুৱাবলৈ ধৰিলে।

জীৱনৰ আটাইতকৈ প্ৰয়োজনীয় সামগ্ৰীবোৰ যেতিয়া গোট খালে মানুহৰ মনত আত্ম বিশ্বাস জন্মিল আৰু আনুষঙ্গিক আন আন বস্তুৰ প্ৰয়োজন অনুভৱ কৰিলে।

সোণ ৰূপ আদি ধাতুৰ প্ৰয়োজন, মাটিৰ পৰা তাক উলিওৱা আৰু অতি নিহিত থকা ৰসায়ন মানুহে কেতিয়াবাই শিকিলে।

প্ৰকৃতিক বহু পৰিমাণে যেতিয়া মানুহে কৰতলগত কৰিলে তেতিয়া বহুতৰে প্ৰশ্ন হ'ল—কিয় প্ৰকৃতি ইমান সৈমান হয়? এই প্ৰশ্নই আজিৰ বিজ্ঞানৰ মূল।

ৰাতি-দিন আৰু জাৰ-জহে জগোৱা প্ৰশ্নই জ্যোতিষৰ জন্ম দিলে। জুই আৰু সূৰ্য্যৰ তাপ। বহুত জড় বস্তুৰ বিভিন্ন অৱস্থা বৰষুণ, বিজুলী আদিৰ উৎপত্তিৰ বিষয়ে মানুহে যেতিয়া নিজকে প্ৰশ্ন কৰিলে তেতিয়াই আধুনিক বিজ্ঞানৰ জন্ম।

হিন্দু শাস্ত্ৰ মতে কোৱা হয় ভগবানৰ সৃষ্টিৰ বিভিন্ন অৱস্থাৰ স্বৰূপ জ্ঞানেই বিজ্ঞান। আধুনিক বিজ্ঞানে ভগবানৰ ঠাইত প্ৰকৃতিক বহুৱাই লয়।

আজিৰ বিজ্ঞানৰ দুটা ঠাল, ৰসায়ণ বিজ্ঞান আৰু পদাৰ্থ বিজ্ঞান। এই দুই ঠালৰে বহুতো শাখা প্ৰশাখা আছে। বিভিন্ন শাখাই বিভিন্ন অৱস্থাৰ চৰ্চা কৰে, বিভিন্ন বিষয়ে গবেষণা কৰে।

ৰসায়ণে প্ৰকৃতিৰ প্ৰতিটো বস্তুৰে চিনাকি বিচাৰে। প্ৰত্যেকটো পদাৰ্থৰে উৎপত্তি ক'ত জানিবলৈ বিচাৰে। শেষত এটা সিদ্ধান্তত উপনীত হয়গৈ যে পৃথিৱীখনৰ

সৃষ্টি হৈছে বিৰাণুবৈটা মৌলিক পদাৰ্থৰ পৰা। বালি চাঁহীৰ পৰা গছগছনি, জীৱ-জন্তু আদিৰ অৱয়ব বিশ্লেষণ কৰি ৰসায়ণে দেখুৱাই দিলে যে প্ৰত্যেকটো অৱয়বেই এই বিৰাণুবৈটা মূল পদাৰ্থৰ ( Element ) কেইটামানৰ সংমিশ্ৰনত গঠিত। এনে মৌলিক পদাৰ্থ আৰু আৱিষ্কৃত হৈছে। বৰ্ত্তমান ইয়াৰ সংখ্যা এশ।

পদাৰ্থ বিজ্ঞানে প্ৰকৃতিৰ প্ৰত্যেকটো বস্তুৰে আকৃতি নিৰূপণ কৰিবলৈ চেষ্টা কৰে আৰু এই চেষ্টা সফল হৈছে। ইয়াৰ ফলত সাগৰৰ প্ৰসাৰ, গভীৰতা ; পৰ্ব্বতৰ উচ্চতা, আকাৰ আনকি গোটেই ভূগোলকটোৰে আকৃতি, পৰিসৰ আৰু ওজন পৰ্য্যন্ত স্থিৰ কৰা হৈছে। অকল সেয়ে নহয় পৃথিৱীৰ বাহিৰেও সুদূৰৰ গ্ৰহ নক্ষত্ৰবোৰৰো পৃথিৱীৰ পৰা দূৰত্ব, সিহঁতৰ আকৃতি আৰু সিহঁতৰ ওজন পৰ্য্যন্ত কৰিবলৈ পদাৰ্থ বিজ্ঞান সমৰ্থ হৈছে।

বিজ্ঞানৰ এই দুটা প্ৰধান ভাগৰ অংশ স্বৰূপে বিভিন্ন বিষয়ৰ, বিভিন্ন ধৰণৰ বৈজ্ঞানিক চৰ্চ্চা সম্ভৱ হয়। শৰীৰ-বিদ্যা জীৱ-বিদ্যা, জ্যোতিষ-বিদ্যা আদি বিষয়বোৰ বিজ্ঞানৰ অন্তৰ্ভুক্ত।

বিজ্ঞান ; প্ৰকৃততে দেখা যায়, এটা নিৰ্দ্দিষ্ট বস্তু নহয় ই ক্ৰমবৃদ্ধি, জ্ঞানৰ ক্ৰমবৃদ্ধি। কিছুমান ধাৰণাৰ সমষ্টি। এই ধাৰণাবোৰ পৰ্য্যবেক্ষণ, পৰীক্ষা আৰু উপমাৰে কাৰ্য্যকৰী কৰিবলৈ আগবাঢ়োতে বহুতবোৰ পুৰণি ধাৰণা মাৰ যায়, নতুন ভাৱধাৰাই তাৰ ঠাই লয়। বহুত পুৰণি বিশ্বাস ভাগি যায় নতুন বিশ্বাস জন্মে। নতুন বিশ্বাস এটা জন্মাৰ পিচত, পূৰ্ব্বে যিবোৰ বিশ্বাস শেষ সিদ্ধান্ত বুলি ধৰা হৈছিল, ভুল যেন লাগে। কিন্তু সেইবোৰকে পূৰ্ব্ববৰ্ত্তী বৈজ্ঞানিক সকলে একমাত্ৰ সত্য বুলি মানি লৈছিল।

নিউটনৰ আগৰ বৈজ্ঞানিক সকলে হয়তো ভাবিছিল ঘূৰ্ণায়মান সূৰ্য্যৰ পৰা উৎপত্তি হোৱা পৃথিৱীখনে বৃত্তাকাৰ গতিবেগ ৰহিত কৰিব নোৱাৰাবাবেই সূৰ্য্যৰ চাৰিও ফালে ঘূৰে। নিউটনে এই বিশ্বাস ভাঙি দি গতিৰ তিনিটা মূল নীতি আছে বুলি অভিমত দিলে আৰু সেই অভিমত পদাৰ্থ বিজ্ঞানৰ বহুতো ক্ষেত্ৰতে ভেটি স্বৰূপ হ'ল। কিন্তু কুৰি শতিকাত আইনষ্টাইনে সেই ভেটিও ঢিলা-সোলোকা কৰিলে নতুনকৈ আৱিষ্কৃত আপেক্ষিকতা-বাদেৰে।

সি যিয়ে নহওক বিজ্ঞানে জগতৰ ৰূপ দিতে নকৈ সলাই আছে। ই মানৱ সমাজকে দৈনিক বেছি সভ্যতাৰ ফালে যেন ঠেলি দিছে। এই প্ৰচেষ্টাৰ লগে লগে বৈজ্ঞানিকসকলে বিজ্ঞানৰো ক্ৰমোন্নতিৰ বাবে যত্ন কৰে। বিজ্ঞানে বহুত উন্নতি লাভ কৰিলে প্ৰথম মহা-সমৰৰ লগে লগে আৰু তাৰ পিচৰ কাল ছোৱাত। "প্ৰয়োজনেই সৃষ্টিৰ মূল" বুলি কথা এষাৰ আছে। প্ৰথম মহাসমৰৰ সময়ত পৃথিৱীৰ আটাইবোৰ ৰাষ্ট্ৰৰে একমাত্ৰ চিন্তা হ'ল আত্ম ৰক্ষা কৰা। প্ৰত্যেকখন ৰাষ্ট্ৰই বুজিলে বিজ্ঞানৰ সহায় নহলে শত্ৰুৰ শক্তি প্ৰতিৰোধ কৰা টান হ'ব। এই অনুভূতিয়ে বৈজ্ঞানিকসকলক গৱেষণা কৰিবলৈ উদগনি দিলে। নতুন আৱিষ্কাৰৰ সম্ভৱ হ'ল। কিন্তু সেই সময়ৰ বিজ্ঞানৰ প্ৰধান উদ্দেশ্য আছিল যুদ্ধৰ যাবতীয় সামগ্ৰীৰ যোগান ধৰা। বিস্ফোৰক আগ্নেয়াস্ত্ৰ, টেঙ্ক, বিভিন্ন ধৰণৰ শক্তিশালী মটৰ আদি যন্ত্ৰবোৰৰ উৎপত্তি হ'ল।

এই আটাইবোৰ হ'ল কেৱল যুদ্ধৰ বাবেই। যুদ্ধ যেতিয়া শেষ হ'ল বৈজ্ঞানিকসকলে শান্তিপূৰ্ণ ভাবে যুদ্ধৰ সময়ৰ ততাতৈয়াকৈ পোৱা অভিজ্ঞতাৰে বিজ্ঞানৰ উন্নতিৰ বাবে যত্ন কৰিলে।

আকাশীজাহাজবোৰ যান বাহানৰ কামত লাগিল। মাৰপাত্ৰ ডিনামাইটে পাহাৰ ভাঙি সুৰঙ্গ খান্দি দিলে। তেলপুং, কয়লাৰ খনিবোৰ সহজে মানুহৰ আয়ত্তলৈ আনি দিলে। বিষাক্ত গেছবোৰৰ বিহ কমাই খেতি বাতিৰ পোক মাৰিবলৈ ব্যৱহাৰ কৰা হ'ল ইত্যাদি।

এই সকলোবোৰে পৃথিৱীৰ মানুহৰ জীৱনৰ মান বঢ়াই তুলিলে। বেতাঁৰ যন্ত্ৰ আৰু টেলিভিছনে বিজ্ঞানৰ ক্ৰমোন্নতিত নতুন অধ্যায়ৰ সূচনা কৰিলে। ঔষধ বিজ্ঞানে পেনিচিলিন, এক্স্ ৰে', আল্ট্ৰা ভায়'লেট ৰে', ষ্ট্ৰেপ্ট'মাইচিন আদি আবিষ্কাৰ কৰি মাৰাত্মক বেমাৰবোৰ আতৰাবলৈ সক্ষম হ'ল। বিজুলী শক্তি, যদিও বহু-বছৰৰ আগতে মানুহৰ কামত আহিছিল, যুদ্ধৰ পিছত ই আৰু বহুত পৰিমাণে জগতৰ কামত আহিল। বিজুলীৰ সহায়ত অকল চাকি জলোৱাই নহয়, ই নগৰ বোৰত পানী পৰিষ্কাৰ কৰি যোগান ধৰে, ডাঙৰ ডাঙৰ অফিচ বোৰত আট্টালিকাত সহজে উঠানমা কৰিবলৈ 'লিফ্‌ট্' তোলা নমোৱা কৰে, বিচনী ঘুৰায়, ৰেডিঅ'ক বাক্‌শক্তি দিয়ে, চিনেমাবোৰ পৰ্দাত সজীৱ কৰি তোলে, অকল সেয়ে নহয় ধোবা, নাপিত, কাঠ-মিস্ত্ৰী আদিকো তেওঁলোকৰ বিভিন্ন কাৰ্য্যত সহায় কৰে। আটাইতকৈ বেছি সহায় কৰে খনিৰ পৰা ধাতু উলিওৱাত।

এই বিজুলী শক্তি উৎপন্ন কৰিবৰ বাবে মানুহৰ ক্ষুদ্ৰ শক্তিৰে প্ৰকৃতিক প্ৰবাহিত কৰি নৈত বান্ধ দিয়ে। ইচ্ছা মতে নৈক ব'বলৈ দিয়া হয়। বিজুলী উৎপাদক যন্ত্ৰ চালিত কৰিবলৈ বাধ্য কৰা হয়।

বিজ্ঞানৰ আৱিষ্কৃত এই সকলোবোৰ সঞ্জুলিয়ে পৃথিৱীৰ ৰূপ সলালে তাত সন্দেহ নাই। তথাপি বিজ্ঞান ৰব পৰা নাই। আটাইবোৰকে চেৰ পেলালে এটা নতুন আৱিষ্কাৰে। সেইটো শক্তিৰ স্বতঃস্ফুৰণ। Radioactivity। বস্তুটো যদিও কুৰি শতিকাৰ আৰম্ভনিতে আৱিষ্কাৰ কৰা হৈছিল, কামত আহিল দ্বিতীয় মহাসমৰত। ৰেডিয়াম, থ'ৰিয়াম, আদি কেইটামান মৌলিক পদাৰ্থৰ শক্তিক্ষয় হয় আৰু ক্ষয় হোৱা শক্তিয়ে নাশ হ'ব নোৱাৰি আনক শক্তিশালী কৰে। এই বিশিষ্ট গুণটোৰ আলেখ লৈ এটা বেলেগ বিস্ফোৰক আবিষ্কাৰ কৰা হ'ল। তাৰ নাম 'এটম' ব'মা বা আনবিক ব'মা। এই ব'মাৰ ধ্বংসকাৰী শক্তিৰ পৰিচয় পৃথিৱীয়ে পালে জাপানৰ হিৰোসিমা আৰু নাগাচাকি নগৰ দুখনৰ ধ্বংসৰ পৰা।

এটম ব'মাৰ পিছত ওলাল হাইড্ৰ'জেন ব'মা। ইয়াৰ শক্তি এটম ব'মাতকৈও বহুত গুণে বেছি।

এই দুটা ব'মাৰ আবিষ্কাৰৰ ঠিক পিছতে বিজ্ঞান কিছু শান্ত হ'ল। আগ বাঢ়িবলৈ সঙ্কোচ কৰিলে। কিয়নো দুইটা ব'মা মাৰণাস্ত্ৰ। যুদ্ধৰ সামগ্ৰী। যাৰ সি আছে সেই ৰাষ্ট্ৰক আন আনবোৰ ৰাষ্ট্ৰই সন্দেহ আৰু ভীতিৰ চকুৰে চাবলৈ ধৰিলে। ফলত গোটেই পৃথিৱী-খন শান্তীকামী হৈ পৰিল।

পৃথিৱীৰ এই ভীতি প্ৰকৃততে ব'মা দুটাৰ বাবে নহয়। আগতে কোৱা হৈছে শক্তিৰ স্বতঃস্ফুৰণৰ ওপৰত নিৰ্ভৰ কৰি এই ব'মা দুটা তৈয়াৰ কৰা হৈছে। কিন্তু এই স্বতঃস্ফুট শক্তিৰ উৎস ক'ত।

উৎস বিচাৰি পালে ৰাদাৰফ'ৰ্ডে। আৰু এই উৎসৰ সন্ধানেই আধুনিক বিজ্ঞানৰ চৰম উৎকৰ্ষ।

শক্তি আছে পৰমাণুত। প্ৰত্যেকটো পদাৰ্থৰ সুক্ষ্মতম অংশ হ'ল পৰমাণু। এই পৰমাণুক বিজ্ঞানে ভাঙি চাব পৰা নাছিল আজি কিছুবছৰ লৈকে। তাকো শেষত বিশ্লেষণ কৰা হ'ল। বিশ্লেষণৰ ফল স্বৰূপে বিজ্ঞানে আৱিষ্কাৰ কৰিলে যে প্ৰত্যেকটো পৰমাণুতে এখনকৈ সৌৰ জগত বিদ্যমান। আচৰিত লাগে যদিও ই সঁচা কথা। এটা পৰমাণুৰ ভিতৰত সূৰ্য্য স্বৰূপ এটা নিউক্লিয়াচ আছে। তাক বেৰি চক্ৰাকাৰ গতিত অনবৰত ঘূৰি থাকে গ্ৰহ উপগ্ৰহৰ দৰে কিছুমান ইলেক্ট্ৰনে। এই ইলেক্ট্ৰনৰ গাত বিজুলী শক্তি আছে। এই শক্তিয়েই প্ৰকৃততে ৰূপান্তৰিত হৈ যত পদাৰ্থৰ সৃষ্টি কৰিছে।

এটা নিউক্লিয়াচৰ চাৰিওফালে থকা ইলেক্ট্ৰনৰ

সংখ্যাই এটা পদাৰ্থৰ গুণ নিৰ্ণয় কৰে। এই সংখ্যাৰ কম বেছি হ'লেই পদাৰ্থৰ বিভিন্ন অৱস্থা হয়। কিন্তু এই সংখ্যাক লৰচৰ কৰিব পৰা শক্তি কোনো যন্ত্ৰৰ হোৱা নাছিল।

ৰাসায়ণিক উপায়ে দুটা পদাৰ্থৰ সংমিশ্ৰণত এটা তৃতীয় বস্তুৰ উৎপণ্ন হয়। এই ক্ৰিয়াতে উক্ত ইলেক্ট্ৰনৰ সাল সলনি হয়।

বিজ্ঞানে প্ৰমাণ কৰি দিলে যে এই ইলেক্ট্ৰনবোৰ কিবা উপায়ে ইটো পৰমাণুৰ পৰা আন এটালৈ সাল-সলনি কৰিব পাৰিলে এটা পদাৰ্থক আন এটালৈ ৰূপান্তৰিত কৰিব পাৰি। প্ৰকৃতিয়ে তাকে কৰি ৰেডিয়ামক ক্ৰমে সীহলৈ পৰিবৰ্ত্তিত কৰে।

নিউক্লিয়াচ এটাৰ চাৰিওফালে ঘূৰি থকা ইলেক্ট্ৰনৰ গতিবেগ হেনো চেকেণ্ডত বাইচ হাজাৰ মাইলকৈ। এই গতি বেগক বাধা দিব পাৰিলে তাপৰ উৎপত্তি হয়। তাপে ৰাসায়নিক বিস্ফোৰণ আদি ঘটায়। কিন্তু নিউক্লিয়াচটোৰ পৰা এতিয়ালৈকে একো পোৱা হোৱা নাই। নিউক্লিয়াচতে পৰমাণুৰ সমস্ত সত্তা নিহিত থাকে। এই নিউক্লিয়াচটোক কিবা উপায়ে শক্তিৰ উৎপাদক কৰিব পাৰিবনে নোৱাৰি চাবলৈ বৈজ্ঞানিক সকলে তাকো ফালি পেলাবৰ যত্ন কৰিলে।

এতিয়া, নিউক্লিয়াচটো ফালিবলৈ কিমান শক্তিৰ প্ৰয়োজন ? এটা উদাহৰণ দিব পৰা হয়। এটা জুইশলা কাঠি আমি দুটা আঙুলীৰ মাজত থিয় কৰি ধৰি ছাপদি ভাঙিব পাৰোহঁক। কাঠিটো দুডোখৰ কৰি তাৰ এডোখৰ লৈ একে ধৰণে চেষ্টা কৰি চালে দেখা যায় আমাৰ আঙুলীত সেই শক্তি নাই। তাৰো যদি আধা লোৱা হয় আমি আঙুলীতহে দুখ পাম। মানে যিমানে সৰু হৈ যায় ভাঙিবৰ শক্তি আমাৰ সিমানে বেছি লাগে। নিউ ক্লিয়াচ এটা ভাঙিবলৈ যান্ত্ৰিক শক্তি অক্ষম। তাক ভঙা হয় আন এটা নিউট্ৰিয়াচৰ সহায়ত। ইয়াকে নিউক্লিয়াৰ ব'ম্বাৰ্ড মেন্ট বোলা হয়।

নিউক্লিয়াচবোৰ ফাটি দুটা নিউক্লিয়াচলৈ পৰিৱৰ্ত্তিত হওঁতে যি শক্তিৰ উৎপত্তি হয় সেয়ে পৰমাণুবিক শক্তি। এই শক্তিৰ তেজক চেৰপেলাব পৰা কোনো শক্তিয়েই প্ৰকৃতিৰ আৰু নাই বুলি বৈজ্ঞানিকসকলৰ বিশ্বাস।

প্ৰকৃতিৰ এই বিৰাট শক্তি মানুহৰ অধীন হোৱাৰ পিছৰ বিজ্ঞানে আৰু কি আবিষ্কাৰ কৰিব পাৰে ?



বিশ্ব সাহিত্যৰ এজন থনিকৰ

# আৰ্নেষ্ট হেমিংৱে

—সত্যেন্দ্ৰকুমাৰ বৰুৱা

"মাৰ্কিন লিখকে কিয় বাৰে বাৰে এই পুৰস্কাৰ পাইছে ; মই ভাবি পোৱা নাই।" এই বাণীটো দিছিল ১৯৫৪ চনৰ সাহিত্যত নোবেল পুৰস্কাৰ পোৱা সাহিত্যিক আৰ্নেষ্ট হেমিংৱেই সংবাদিকৰ আগত। এওঁৰ আগতে আমেৰিকাৰ "ছিনক্লিয়াৰ লুইচ, ইউজীন ও'নীল, পালবাৰ্ক, আৰু উইলিয়াম ফকনাৰে, নোবেল বটা পাইছে ; সাহিত্যত। "The old man and the sea" নোবেল পুৰস্কাৰ পোৱাৰ আগতেই চাৰিওফালে বিয়পি পৰিল। নোবেল পুৰস্কাৰ পোৱাৰ আগতে কোনো সাহিত্যিকে সম্ভবতঃ এওঁৰ দৰে যশস্যা লাভ কৰিব পৰা নাছিল। ফকনাৰক নোবেল বটা পোৱাঁৰ পাছতো বহুতে কম জানে কিন্তু হেমিংৱেক পুৰস্কাৰ পোৱাৰ আগেয়েই বহুতে জানে।

"মানৱতা বিৰোধী, আশাহীন আৰু অশ্লীল" বুলি একশ্ৰেণীৰ সমালোচকে কৰ খোজে কিন্তু তেওঁৰ ৰচনাৰ মধুৰতাই পাঠকক সেই কথা ভাবিবলৈ বা বিশ্বাস কৰিবলৈ নিদিয়ে। তেওঁ সুবিধা পালেই আমেৰিকাৰ জীৱনযাত্ৰা, সংস্কৃতি আৰু সভ্যতাক আঘাট কৰে ; গতিকে সমালোচকে বেয়া পোৱা স্বাভাবিক। চকুৰ পতাত তেওঁৰ নতুনৰ স্বপ্ন। পৃথিৱীৰ এটা ধুনীয়া নতুন মডেল : জীৱন যাত্ৰাৰ প্ৰণালী ব'ত সহজ। সেয়ে তেওঁ দীৰ্ঘকালৰ সমালোচকৰ হাতৰ পৰা সাৰিব নোৱাৰে। তেওঁৰ ৰচনাৰ বিশেষত্ব হল সৰহ ভাগ কাহিনী বিদেশৰ পটভূমিত ৰচণা কৰা। The old man and the sea হাভানাৰ তটবাশি জিলিকি উঠে।

১৯৪০ চনত তেওঁৰ শ্ৰেষ্ঠ উপন্যাস" For whom the bell tols "প্ৰকাশ হোৱাৰ লগে লগে সমালোচক সকল স্তব্ধ হৈ যায়। ইংৰাজী উপন্যাসৰ ধৰা যেতিয়া হেৰাই যাব খুজিছে ; ঠিক তেনে সময়তে হেমিংৱেই সাহিত্যত এটা নতুন ৰূপ দিলে। ১৯৪৪ চনত ঔপন্যাসিকৰ শ্ৰেষ্ঠতা বিচাৰোতে, হেমিংৱেই শ্ৰেষ্ঠ আসন লাভ কৰিলে। সাধাৰণ সাহিত্যিকৰ পৰা তেওঁ বহুত আঁতৰত। তেওঁৰ সাহিত্য হৈছে জীৱনৰ প্ৰতিফলন। একোটা হুবহু চিত্ৰ বুলিলে সম্ভৱতঃ বঢ়াই কোৱা নহব। মানসিক জীৱনৰ ঘটনাই নহয়, তাত আছে সত্য, শাশ্বত বাস্তৱৰ প্ৰতিধ্বনি। ব্যৱহাৰিক জীৱনৰ প্ৰতিধ্বনিৰে হেমিংৱেৰ সাহিত্য

ভৰি আছে। তাৰোপৰি পাৰিপাশিকতাই টানি নৈ ফুৰা জীৱনৰ ভগা ভগা গান। প্ৰথম মহাযুদ্ধ তেওঁৰ গাৰ ওপৰতে গল। The old man and the seaৰ বাহিৰে বাকীবোৰ কিতাপ এই সংঘাতৰ পৰা মুক্ত নহয়। আনহাতে নানা ঠাইৰ নানান জীৱনৰ স্তৰ আৰু সমাজ ব্যৱস্থাৰ ধ্বনি আছে তাত।

আৰ্নেষ্ট মিলাৰ হেমিংৱে : জন্ম হয় ১৮৯৮ চনৰ ২১ জুলাইত ইলিয়নইচৰ অ'ক পাৰ্কত। বাপেক ডক্টৰ আৰু বিখ্যাত চিকাৰী। মাক আছিল সংগীত শিল্পী। বাপেকে ভাবিছিল "মোৰ লৰা ডক্টৰ হব আৰু মাকে ভাবিছিল "মোৰ লৰা মহান শিল্পী হব।" দুটা বিপৰীত আশাৰ মাজত কি হল? সাধাৰণ লৰাৰ দৰে স্কুললৈ গল কিন্তু তাত একো নাপালে। উপায় নাপাই মাক-বাপেকে পেৰিচৰ স্কুললৈ পঠাই দিলে। কিন্তু কি হব? ঘৰৰ লৰা ঘৰলৈ আহিল। তেওঁ ভালপালে বাপেকৰ "চিকাৰী" গুণটো। বাপেকে তেওঁৰ জন্ম তিথিত এটা বন্দুক উপহাৰ দিছিল। তেতিয়া তেওঁৰ বয়স দহ বছৰ। পুতেকৰ তীক্ষ্ণ চিকাৰী মনটো বাপেকে অনুভৱ কৰিছিল। ১৫ বছৰ বয়সত এবাৰ ঘৰৰ পৰা পলাইছিলও।" ১৯ বছৰ বয়সত পচা সাং কৰি "কেনচাচ চিতিষ্টাৰ নামৰ কাগজত সংবাদিকতা আৰম্ভ কৰে কিন্তু আমাৰ মৰমৰ সাহিত্যিকজনে তেতিয়া তাকো ভাল নাপালে।

সেই সময়ত ইটালি প্ৰথম মহাযুদ্ধৰ দ্বাৰা আক্ৰান্ত : কেইমাহ মানৰ পাচতে হেমিংৱে ৰাওণা কৰিলে আৰু ইটালিৰ পদাতিক বাহিনীৰ এম্বুলেঞ্চ ড্ৰাইভাৰ হিছাপে যোগ দিলে। কিন্তু কি হব? ১৯২৯ চনত ৰচনা কৰা Fair well to Arms হৈছে এই যুদ্ধৰ প্ৰতিধ্বনি যুদ্ধত গুৰুতৰ ৰূপে আহত হল। সৰ্ব্বাঙ্গ শৰীৰ গুলীৰ দ্বাৰা ক্ষত-বিক্ষত। আঠুটো চিৰদিনলৈ অকামিলা হল। প্লেটিনামৰ "Knee cap" পিন্ধি ফুৰিব লগা হল। এই খন কিতাপত যুদ্ধৰ প্ৰভাৱ ভীষণ ভাবে পৰিছে। ১৯২৪ চনত In owr time প্ৰকাশ হয়। ই হৈছে শিশুকালৰ অভিজ্ঞতাৰ চাপ।

১৯১৯ চনত লৰালিৰ সখীয়ে হেতলি বিচাৰ্ডসনক বিয়া কৰে। আৰু সংবাদ পত্ৰৰ ৰিৰ্পোটাৰ হিছাবে ১৯২০ চনত তুৰস্কলৈ যায়। তাত তেওঁৰ ভাল নল-গাত ১৯২১ চনত পেৰিচত স্থায়ী ভাবে বাস কৰিবলৈ আহে। ১৯৩০ চনত তেওঁৰ নামৰ " Miller " অংশটি বাদ দিয়ে। এই সময়লৈকে তেওঁ কেইটামান প্ৰবন্ধ গল্পৰ বাহিৰে একো দিয়া নাছিল। পেৰিছতেই এজৰা পাউণ্ড আৰু গাৰট্ৰুড ষ্টেনৰ লগত পৰিচয় ঘটে। In paris he came to know, Ezra pound and Gertrude stein, Both of whom but particularly the latter, profoundly influenced him in forming his Cha-recterstic style. এওঁৰ প্ৰথম কিতাপ Three stories and ten poems ১৯২৩ চন প্ৰকাশ হয়।

সাহিত্যিক জীৱন সূচনা ক্ষেত্ৰত এওঁলোকৰ প্ৰভাৱ নুই কৰিব নোৱাৰি। কিয়নো হেমিংৱেই নষ্ট জেনেৰেশ্যনৰ দলতহে যোগ দিছিল। পেৰিচ আছিল এই "নষ্ট জেনেৰেশ্যন" বোৰৰ লীলাভূমি। যুদ্ধৰ বিভীষিকাত সৃষ্টি হোৱা সমাজৰ ধ্বংস গামী পথ, প্ৰাণৰ বেদনা, দুঃখ কষ্ট আৰু কিমান যে কি...............? আদৰ্শৰ জানো মূল্য আছে? জীৱনৰ শান্তি ক'ত? সুখ ক'ত? যৌৱনৰ আৰম্ভণি পঠিয়াৰ লাগে যুদ্ধৰ মাজত। লাভ কি হব? পঙ্গু, বেমাৰী : মৃত্যুৰ ভয়লগা সপোন। মৰণ পথৰ যাত্ৰী। গতিকে যুদ্ধৰ পাছত এদল তৰুণ তৰুণী হৈ পৰিল : জীৱন

বিদ্বেষী। ধৰ্ম্ম বিশ্বাস নকৰা হল। মদ আৰু তিৰোতাৰ কোমলতা লৈ শান্তি বিচাৰিলে। হেমিং-ৱেৰ প্ৰথম চাৰিওখন কিতাপতে এই নষ্ট জেনেৰেশ্যনৰ চাপ পৰিছে। The Sun Also Rises প্ৰকাশ হোৱাতহে তেওঁৰ ভাবধাৰা কিছু মুক্ত দেখা হল। এইখন তেওঁৰ সফল উপন্যাস। ইয়েই পৰিচয় বহল কৰি পেলালে। ঔপন্যাসিক বুলি সকলোৱেই স্বীকাৰ কৰিলে। তথাপি সমালোচকৰ ওচৰত : এই খনো নষ্ট জেনেৰেশ্যনৰ কেইজন মান সাহিত্যিক আৰু শিল্পীৰ কথাবাৰ্ত্তাৰ ওপৰত আলোচনা কৰি লিখা বুলিলে। এইবোৰ বাদ দিলেও, ইয়াত উজ্জ্বল ভৱিষ্যতৰ আশাৰ ৰেঙনি আছে।

তেওঁ তিনিবাৰ বিয়া কৰিছে। মতৰ অমিল হোৱাত বিচ্ছেদচনক ডাইভোৰ্স কৰি ; পালিনক বিয়া কৰাই। কিন্তু পালিনৰ লগতো বিবাহ বিচ্ছেদ হয়। ১৯২৬ চনত তেওঁ পেৰিচৰ পৰা স্বদেশলৈ ঘুৰি আহে। আৰু মাৰ্কিন লিখিকা মাৰ্থা গেলহৰ্ণক বিয়া কৰায়। তেওঁৰ প্ৰথম দুবাৰ বিয়াৰ চিন স্বৰূপে এতিয়া তিনিজন লৰা আছে।

১৯৩৮ চনত তেওঁৰ আৰু এখন কিতাপ ওলায়। The spanish earth স্পেইনৰ প্ৰতি তেওঁৰ যথেষ্ট মোহ আছে। ১৯৩৬ চনত স্পেইনত গৃহযুদ্ধ লাগে। হেমিংৱে তালৈ সংবাদ পত্ৰৰ ৰিপোৰ্টাৰ হিছাবে যায় কিন্তু স্পেইনো আছিল সভ্যতাৰ স্বৰূপ। কিতাপ খনত স্পেইনৰ সাংস্কৃতিৰ ৰূপ আছে। অন্তৰৰ আকৰ্ষণ আছে। তেওঁৰ ৰচনাই ইয়াৰ পটভূমি ভালেমান ঠাই লৈছে। স্পেইনীচ সাহিত্যিকৰ প্ৰতি তেওঁৰ যথেষ্ট শ্ৰদ্ধা আছে। নোবেল পুৰস্কাৰ তেওঁ নিজে পোৱাতকৈ "Seven Gothie Tales (English)ৰ লিখকে পোৱা হলে বহুত ভাল পালেহেঁতেন। মহান শিল্পীৰ উদাৰ-মনৰ পৰিচয়।

২য় মহা যুদ্ধৰ সংবাদিকতা কৰোঁতে লিখা আন খন কিতাপ : Across the River and in to the Trees. কৰ্ণেল কেণ্টওয়েলক লৈ অনা যুদ্ধৰ কুৰূপ ফালটো এইখন কিতাপৰ বিষয় বস্তু।

তেওঁ ষাড়ৰ যুজ ভাল পায়।....কিয় ? "His life long interest in Fishing, Shooting, Sking and the bull ring were Formed in boyhood. হেমিংৱে শক্তি আৰু বীৰত্বৰ প্ৰতি-নিধি। মানসিক দুৰ্ব্বলতা নাই। তেওঁ নিজে সবল আৰু ওখপাখ বলিষ্ঠ পুৰুষ। সেয়ে তেওঁ ভাল পায় ষাড়ৰ যুজ, চিকাৰ, মাছ ধৰা আৰু মুষ্টি যুদ্ধ আদি। তেওঁৰ কৰ্ম্মদক্ষতাও শলাগিব লগীয়া। Men without women স্পেইনীয় দস্যু আৰু ষাড়ৰ যুজ লৈ যিবোৰ কাৰবাৰ, তাকে লৈয়ে ৰচনা। ষাড়ৰ লগত যুজৰ কৌশল আৰু বুৰঞ্জীৰ বৰ্ণনা জানিবলৈ হলে "Death in the Afternoon." (১৯৩২ চনত প্ৰকাশিত) যথেষ্ট। চমাৰশ্যুত মমৰ কিতাপতো ষাড়ৰ যুজ পঢ়িছো : কিন্তু তাৰ চমু ইতিহাসে সবহকৈ বুজাব নোৱাৰে।

তেওঁৰ অৱদান চিত্ৰ জগতলৈও কম বুলিব নোৱাৰি। হেমিংৱেৰ ক্লিমে আনি বাটৰ পষ্টাৰক নচুৱাই। Farewell to Arms : For whom the Bell Tolls" চিনেমা আহিলে সোৱৰাব Big Hamingway. প্ৰথম খনত আছে ইটালিৰ যুদ্ধৰ পটভূমিত এজনী বৃটিছ নাৰ্স আৰু আমেৰিকাণ সৈন্যৰ প্ৰেমৰ কাহিনী। তাৰ পিচৰ খনত আছে স্পেইনৰ গৃহযুদ্ধত যোগদিয়া এজন আমেৰিকাণ স্বেচ্ছা সৈনিকৰ চাৰিউফালে বিপদ আপদৰ মাজত এটা প্ৰেম আৰু মৃত্যু কাহিনী। The old man and the sea লিখাৰ আগলৈকে এইখন বিখ্যাত উপন্যাস। হেমিংৱেৰ ৰচনাত মৃত্যুৰ ক্ৰুৰ চাঁয়া সহজে দেখা যায়। কিয়.. ? তেওঁ মৃত্যু ভাল পায়নেকি...........? মৃত্যুৰ লগত সংগ্ৰাম কৰি নাচি নাচি

থকাৰ নাম জীৱন (Life)। তাক হেমিংৱে ধুনীয়াকৈ আঁকিছে। প্ৰত্যেক চৰিত্ৰই তেওঁ শৌৰ্য্য বীৰ্য্যৰে বলীয়ান। বিপদ সংকুল চিকাৰ এই কাৰণেই ভাল পায়। সেয়ে ষাঁড়ৰ যুজও ভাল পায়। তাত আছে জীৱন তাত আছে প্ৰাণ। চমাৰশ্বেত মনে ষাঁড়ৰ যুজ বৰ্বৰতা বুলি ঘৃণাৰ চকুৰে চালে। মেটাডোৰ ঠিয় হৈ বৰ আৰু ক্ৰুদ্ধ ষাঁড় আহিব; মৃত্যুৰ—প্ৰতিনিধি হৈ, শিং জোকাৰি জোকাৰি। মেটাডোৰ আগবাঢ়িব লাগিব। যুজ কৰিব লাগিব আৰু জয়ী হব লাগিব শক্তি আৰু বীৰত্ব প্ৰকাশ কৰিব লাগিব। তাতেই আছে জীৱন। ইয়াৰ বেক গ্ৰাউণ্ডত লুকুৱাই ৰাখিছে: আমিও মৃত্যুৰ ক্ৰুৰ যৱনিকা আৰিবলৈ যুজ কৰিব লাগিব। অকল সিমানেই নহয় জয়ীও হব লাগিব।

হেমিংৱে যদিও যুগৰ লিখক তথাপি অতীতৰ সমাজ ব্যৱস্থাক একেবাৰে বাদ দিয়া নাই। যাত্ৰাৰ আৰম্ভণি পুথি পাজিৰে মিলাই চাই লয়। ১৯৫৪ চনত দুবাৰ বিমান দুৰ্ঘটনাত মৰিব লগীয়া। ইয়াৰ আগতে তেওঁ আফ্ৰিকালৈ গৈছিল। Green Hills of Africa তাৰ পটভুমি লৈ ৰচনা কৰা। আমেৰিকা তথা বিশ্বৰ জনসাধাৰণে এওঁৰ বিষয়ে জানিবলৈ কৌতুহলৰ অন্ত নাই কিয়নো নিজক লোকচক্ষুৰ অন্তৰালত গোপনে ৰাখিছে। তেওঁ গম্ভীৰ প্ৰকৃতিৰ মানুহ। সেয়ে মানুহে তেওঁক বেচিকৈ জানিবলৈ বিচাৰে। যুদ্ধৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ চাপ আছে তেওঁৰ গাত: তেওঁৰ যৌবনৰ আদিম পুৰাত। তাত তেওঁ কি দেখিলে ?....মানুহৰ অস্বাভাৱিক জীৱন যাত্ৰা; সৈনিকৰ অস্বাভাৱিক মৰণ। আৰু দেখিলে, আশা আকাংক্ষা দমনৰ ফলত মানুহৰ অস্বাভাৱিক চৰিত্ৰ-বিকৃতি। উঠি অহা হাজাৰ হাজাৰ ভৱিষ্যত পৃথিবীৰ, যুৱকৰ অকাল মৃত্যু। ইপ্সিত বস্তুৰ ঐকান্তিকতাত কিছুমানে লৈছে "মদ": নাৰী। বিকৃত যৌনবিলাস। এইবোৰ তেওঁৰ প্ৰত্যক্ষ অভিজ্ঞতা। ফ্ৰয়েডৰ যৌনতত্ব বা চাইকলজী পঢ়ি নহয়। এইয়া অকল হেমিংৱেই দেখিছে বুলিলে ভুল হব। পৃথিবীৰ ইমূৰৰ পৰা সিমূৰলৈকে সকলোৱে দেখিছে। যুদ্ধৰ পিচত ওলোৱা বহুতো গল্প উপন্যাসে এই বিভীষিকা ৰাইজক দেখুৱাইছে। হেমিংৱেই ঐশ্বৰ্য্য বিভুতিকো বৰ ডাঙৰ কৰি দেখুৱা নাই। পৰ্ব্বত, অৰণ্য এইবোৰ তেওঁৰ নায়কে ভাল পায়। সম্পত্তিৰ প্ৰতি মোহ নাই; এৰি থৈ, গুচি যাব পাৰে। সিহঁতৰ চকুৰেদি বয়: পৃথিৱীৰ নতুন সপোন: নতুন মডেল। মানুহৰ দুখ দূৰ হয় কেতিয়া ? যেতিয়া ইপ্সিত বস্তু সহজ ভাবে থূৰি আছে। সমাজ ব্যৱস্থাও তেতিয়া সবল হয়। কিন্তু সকলোৰে ইচ্ছা জানো পূৰণ হয় ? হেমিংৱেই তাক হয় বুলি কব নোখোজে। তেওঁ বিচাৰে মনৰ গভীৰ দুখ পাতলাবলৈ, ষাঁড়ৰ যুজ: বিপদেৰে আওৰা চিকাৰ কাৰণ তাত এটা পোৱা নোপোৱাৰ আনন্দ আছে। সমাজত যে নিয়ম-কানুন থাকিব নালাগে তাক তেওঁ কব খোজা নাই; কেৱল মানি চলা নচলা প্ৰশ্নৰহে উত্তৰ দিছে।

আৰু এটা প্ৰশ্ন সহজে আহে: হেমিংৱেই নাৰী দেখিব নোৱাৰে নেকি ? অইন কি কিতাপেৰে নাম দিছে, "Men without women." তেওঁৰ কেৱল অভিযোগ মাৰ্কিণ নাৰীৰ ওপৰতহে দেখা যায়। The Fifth Column নামৰ কিতাপত লিখকে "সুৰ ছোৱালী এনিতাৰ হতুৱাই কোৱাইছে: Put the paint in the body, instead of blood, what you get ? American women. বিজ্ঞানৰ চৰম উন্নতিত বলীয়ান হৈ, মাৰ্কিণ নাৰীয়ে মাৰ্কিণ পুৰুষক ব্যৰ্থহীন কৰি: সমান অধিকাৰ বিচাৰি যাওঁতে, জীৱনক কৃত্ৰিম কৰি পেলাইছে। এইখন তেওঁৰ প্ৰথম নাটক। ইয়াক স্পেইনৰ গৃহ যুদ্ধৰ দুবছৰৰ পাচত ৰচনা কৰা।

তেওঁৰ ভাষা সাবলীল আৰু গতিতীব্ৰ। তাৰোপৰি মানুহক মুহিব পৰা আকৰ্ষণ আছে। চুইডিশ্ একাডেমীৰ সভাপতিয়ে তেওঁৰ ৰচনাত মুহিত হৈ কৈছিল : "Hemingway is one of the great authors of our time, one of those who, honestcy and undountedly, reproduces the genuine features of the hard Countenance of the age."

চুটি গল্প লিখাটো তেওঁ সিদ্ধহস্ত। The snow of kilimangero সমালোচকৰ দৃষ্টিভঙ্গীত প্ৰথম শ্ৰেণীৰ চুটি গল্প। তেওঁ লিখা ভাষা আৰু সাহিত্যৰ জগত, সহজ আৰু সৰল জীৱনৰ ছাঁ আছে। আদৰ্শৰ জগত সমতা মিলাবলৈ যাওঁতে তেওঁৰ ভাষাটোত সৰলতা ফুটি উঠিছে। তাৰোপৰি তেওঁ 'মেটাৰ'টো তল কৰি ভাষা আৰু অলঙ্কাৰৰ ওপৰতে গল্পটো কয়। গল্পটো পঢ়ি আকৌ এবাৰ মেটাৰটো ভাবি চাব লাগে।......... Far away in paris, Mascart had knocked Douny frush cuckoo in the second round. Far off in Masopatamia, twenty one feet of snow had fallen. Across the world in distant Australia, the English cricketers were sharpening up their wickets. There was Romance .... ... ....
.... ... ... ... .... ... .... .... ... ... ... ........
.... .... Prize short stories will their authors write our best sellers of tomorrow ? (Men without woman)
জনপ্ৰিয়তা লাভ কৰাৰ গুৰি হল; তেওঁৰ সাবলীল ভাষা। Death in the afternoon ত নিজৰ কথাটো : লেখনিটো ধুনীয়াকৈ বৰ্ণনা কৰিছে। নবেল পুৰস্কাৰ পোৱাৰ গুৰি হ'ল তেওঁৰ, ... .... Mastery of the art of modern narration. অৰ্থাৎ সাবলীল ভাষাৰ আকৰ্ষণ।

ইমান মহাযুদ্ধ যুৰৰ ওপৰেদি যোৱাতো ; হেমিংৱে ৰাজনীতিৰ পৰা বহুত আঁতৰত আছে। তেওঁৰ ৰাজনৈতিক মতবাদ কি...............? ‧এই লৈ সমালোচকৰ মাজত তৰ্ক লাগে। তেওঁ সাহিত্যত ৰাজনীতিৰ প্ৰভাব পৰিবলৈ দিয়া নাই। ১৯৩৭ চনত প্ৰকাশ হোৱা To have and have not বোলা কিতাপখনত অলপ ৰাজনীতিৰ চাপ পৰিছে বুলি সমালোচকে আলোচনা কৰে। এতিয়া দেখা গল : তেওঁ একেধাৰে উপন্যাসিক, নাট্যকাৰ, গল্পলিখক কবি আৰু বহুতো। শত প্ৰতিভাৰে ভৰা আছে তেওঁৰ জীৱন।

তেওঁ থকা ঘৰৰ অলপ বৰ্ণনা নিদিলে, এই প্ৰবন্ধ অসম্পূৰ্ণ হৈ থাকিব। ১৫ একৰ মাটিত এটা বিৰাট ৰাজটোল। তাত চুইমিং পুল টেনিচ ক'টৰ পৰা আদি কৰি সকলো আছে। তেওঁৰ শোৱনি কোঠাটো ৬০ ফুট দীঘল। তাৰ চাৰিওফালে আছে না না পশুৰ মুৰ সজোৱা। নোবেল পুৰস্কাৰ পাবৰ সময়ত তেওঁ তাতে আছিল। কাৰণ আমেৰিকাৰ "লুক আলোচনীলৈ (Look) চিকাৰ সন্বন্ধে কেইটামান প্ৰবন্ধ লিখিবলৈ যাওঁতে বিমান দুৰ্ঘটনা ঘটে। সেই দুৰ্ঘটনাত তেওঁ লিভাৰ আৰু মুত্ৰাশয়ত আঘাত পায়। এতিয়া তেওঁ অলপ হে লিখিব পাৰে।

তেওঁ পুৰস্কাৰ পোৱা কিতাপ খনৰ বিষয়ে অলপ নিলিখিলে ভুল হব। সেই খন এখন নতুন সৃষ্টিধৰ্মী উপন্যাস। "If you love him it is not a sin to kill him." এই খনেই বিখ্যাত কিতাপ হৈছে The old man and the sea.

# তাৰ আপোন ঘৰখন

অনুবাদ—সলিত বৰুৱা

কাৰ্কাছ্ মেথডিষ্ট্ কলেজৰ পৰা ক্রেব্ যুদ্ধলৈ গৈছিল। সেইয়েই এখন ছবিত তাক সহপাঠীসকলৰ লগত একেলগে একে সাজতে দেখা গৈছিল। নৌবাহিনীত সি ১৯১৭ চনতে ভর্তি হৈছিল আৰু ১৯১৯ চনৰ গৰমকালি সৈন্যবিলাকৰ দ্বিতীয় বিভাগটো ৰাইণ নৈৰ পৰা ঘূৰি নহালৈকে সি যুক্তৰাষ্ট্ৰলৈ প্ৰত্যাবৰ্তন কৰা নাছিল।

ৰাইণৰ পাৰত লোৱা তাৰ—দুজনী জাৰ্ম্মান্ ছোৱালী আৰু নৌবাহিনীৰ এজন বিষয়াৰ সৈতে এখন ফটো আছে। ক্রেব্ আৰু বিষয়াজনৰ সাজ-পোছাক বৰ জলহ আছিল। জাৰ্ম্মান্ ছোৱালী দুজনী দেখিবলৈ ধুনীয়া নাছিল। ৰাইণ্ নৈখন ফটোখনত লুকাই আছিল

ওকলাইমাৰ নিজৰ চহৰলৈ ক্রেব্ যেতিয়া ঘূৰি আহে—বীৰসকলক সম্বৰ্দ্ধনা জনোৱা তেতিয়া প্ৰায় শেষ হৈ গৈছে। যুদ্ধক্ষেত্ৰৰ পৰা প্ৰত্যাবৰ্ত্তনকাৰী সৈনিকসকলক গুলগ জনাওঁতে কি হুলস্থুলেই যে হৈ গ'ল! এতিয়া সকলো নিজম পৰিছে। মানুহবোৰে ক্রেবৃক গজমূৰ্খ বুলি ভাবিবলৈ ধৰিলে............ইমান দিনৰ মূৰত অহাৰ বাবে। যুদ্ধ শেষ হোৱাৰ ইমান দিনৰ মূৰত সি বাৰু কিয় আহিল!!

নানা দেশ-বিদেশ ফুৰি ক্রেব্ ঘূৰি আহিছিল। পোন প্ৰথমে যুদ্ধৰ বিষয়ে কথা পাতিবলৈ সি অকনো মন কৰা নাছিল। পিচত যেতিয়া তাৰ মন গ'ল হিয়া উবুৰিয়াই কথা পাতিবলৈ—কোনো শ্ৰোতাই ক্রেবে নাপালে। অতিৰঞ্জিত, বহন-সনা বা মনে-গঢ়া কথাবোৰ শুনি শুনি তাৰ মৰমৰ চহৰখনে সঁচাকথাত আশ্চৰ্য্য প্ৰকাশ কৰিবলৈ আৰু একেবাৰে এৰিকে পেলালে। ক্রেবে ভাবি পালেগৈ—তাৰ কথা মানুহে শুনিবলৈ হ'লে সি মিছা ডাল-পাত-জোৰা দিয়া কথা ক'ব লাগিব। কিন্তু দুবাৰমান তেনে কৰাৰ পাচত তাৰ মনটোৱে হঠাতে যুদ্ধ বা যুদ্ধৰ বিষয়ে কথা-পতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে। সি প্ৰচাৰ কৰা মিছা কাহিনীবোৰে যুদ্ধক্ষেত্ৰত হোৱা ঘটনাবিলাকৰ প্ৰতি তাৰ মন-দিগন্তত নমাই দিলে.................এটি অৱসাদময় তিক্ততা। মাজে মাজে তাৰ মন প্ৰশান্ত আৰু অন্তৰ স্বচ্ছ হৈ পৰিছিল...........তেতিয়া সি ভাবিছিল সেইবিলাকৰ কথা ; কিমান দিনৰ আগতে সি এনেকুৱা এটা কাম কৰি পেলাইছিল—যিটো হয়তো সকলো তেজ-মঙহৰ 'মানুহেই কৰিলেহেঁতেন খুব সহজ আৰু

সৃষ্টিধৰ্মী ভাবেৰে নতুন অধ্যায় বিচাৰি যোৱা জীৱনৰ প্ৰতিধ্বনি।

এজন বুঢ়া আৰু এটা বৰ ডাঙৰ মলিন মাছ : তাৰ লগত আছে এটা সৰু লৰা। বুঢ়াই ঘূৰি ফুৰিছে দিনৰ পাচত দিন : আশা আৰু নিৰাশাৰ মাজত। এটি মাছো পোৱা নাই। তথাপি আশা আছে। এই দিনিতে ইমাচৰ্নলৈও মনত পৰে ; নিৰাশাৰ মাজতো আশাৰে জীয়াই থাকিবলৈ কোৱা। শেষত এদিন উঠিল এটা ডাঙৰ মলিন মাছ। বৰ ডাঙৰ। সাগৰৰ পৰা তোলা সহজ নহয়। তিনিদিন সংগ্ৰাম চলিল। এই তিনিদিনৰ ঘটনাৰে ভৰা এই উপন্যাস খন। বুঢ়া হলেও তেওঁৰ অন্তৰত শক্তি আছে। বল আছে। তাকে লৈ তেওঁ মলিন মাছটোক তুলিলে। তিনি দিন সংগ্ৰামৰ পাচত বুঢ়াই মাছটোক ভাল পালে। কিয় পালে..................? মহত্ব আৰু সৌন্দৰ্য্যৰ প্ৰতীক হল মলিন মাছটো। ভালপালে ; সেই কাৰণেই মাছটোক মাৰিলে।

"যদি তুমি তাক ভাল পোৱা ; তেন্তে হত্যা কৰাটো পাপ নহয়।" মৃত্যুৰ ছবি ইয়াত ম্লান। সেয়ে এই কিতাপ খন বহুত ওপৰত। বুঢ়াই মাছ-টোৰ লগত যুজি ভাগৰি পৰিছে। তথাপি নিৰাশ হোৱা নাই। আশা আছে " মানুহ পৰা-জয়ৰ কাৰণে সৃষ্টি হোৱা নাই। মানুহ ধ্বংস হব পাৰে কিন্তু পৰাজয় অসম্ভৱ।" আশা কৰিবই লাগিব। বাচি থাকিবই লাগিব। তাৰ মাজত পৰাজয় অসম্ভৱ।

লৰাটো আনিলে কিয়.................? লৰাটো নতুন জেনেৰেশ্যনৰ প্ৰতিনিধি। সি বুঢ়াৰ কষ্ট সহিব নোৱাৰি আগবাঢ়ি গৈছে। তাৰ প্ৰাণত আছে মমতা : প্ৰেম। হতাশ আৰু মৃত্যুৰ ঘন ছায়াৰ পৰা তেওঁলোক সম্পূৰ্ণ মুক্ত। তেওঁলোকৰ সন্মুখত নতুন নিৰ নিমন্ত্ৰিত "সূৰ্য্য"। হেমিংৱেৰ মনত নতুন পৃথিবী এখন সৃষ্টি কৰাৰ আদৰ্শ জাগি আছে। সৃষ্টি ধৰ্মী আশাটো সফল হওক। ইহকালত যি পুৰস্কাৰ লোৱা তেওঁৰ পক্ষে সম্ভৱপৰ নাছিল। তথাপি তেওঁ নোবেল পুৰস্কাৰতে ব্যস্ত নাথাকিব। সেয়ে তেওঁ পুৰস্কাৰ উৎসৱ উপলক্ষ্যে বাণী দিছিল : "For a true writer each look should be a new begining, where he tries again for something which is beyond attainment. He should always try for something which, have never been done or that others have failed. There some times with good luck he will succeed.' "মই আৰু লিখিম : আৰু ভাল ধৰণে লিখম" এইদৰে তেওঁ আমাৰ কাৰণে কৈছে। আশ্বাস দিছে। তেওঁৰ হেনো ৮ হেজাৰ ডলাৰ ধাৰ আছিল। পুৰস্কাৰ পাবৰ সময়ত কলে "ইকতেওঁ ৰক্ষা পৰিছো : ধাৰ চাৰবোৰ মাৰিব পাৰিম।" আমেৰিকাৰ এজন যশস্বী লিখকৰ আৰ্থিক অৱস্থা। জীৱনৰ গতি গুঢ়ত্বম অৰ্থ থকা কিতাপ খন চুইচ একাডেমীয়ে বহুত আগতেই পঢ়িব লাগিছিল। হয়তো সময় পোৱা নাছিল। তথাপি তেওঁৰ অসংখ্য পাঠক পাঠিকা, এই পুৰস্কাৰ পোৱা শুনি আনন্দিত। "তুমি সুখী হোৱা : তোমাৰ মঙ্গল হওক।"

---

আলোচনা যুক্ত কৰোঁতে হেমিংৱেৰ কিতাপ চি বন্দোপাধ্যায়ৰ "আৰ্নেষ্ট হেমিংৱে" ; চুইডিশ একাডেমিৰ সভাপতিৰ "টোকা," Ivor Brown in the Manchester Guardian আৰু হেমিংৱে সাংবাদিকক দিয়া বিবৃতি আদিৰ সহায় লোৱা হৈছে :—লেখক।

স্বাভাৱিক ভাৱে অথচ সিটো অন্যধৰণেৰে নতুন ধৰণেৰে কিবা এটা কৰিব পাৰিলেহেঁতেন। যথাৰ্থতে, সকলো কাহিনীৰে মূল্য তাৰ দৃষ্টিত নিঃশেষ হৈ গৈছিল।

অইন সৈনিকে দেখা বা শুনা বা কৰা কাহিনী কিছুমানত নিজে লিপ্ত থকা বুলি প্ৰচাৰ কৰা নাইবা সকলো সেনাৰে কল্পনাত উম্ লোৱা—ৰূপকথাৰ ৰঙীন ৰহস্যৰ দৰে অবাস্তৱ কথা কিছুমানক সম্পূৰ্ণ সত্য বুলি অভিহিত কৰা—আদি তাৰ ভুৱাবিলাক মিছাকথা হিচাবেও আছিল পুৰামাত্ৰাই মূল্যহীন। আনহে নেলাগে, আমোদ-কক্ষৰ ভিতৰতো সেই সজা কথাবোৰ কোনোদিনেই হৈ নুঠিছিল—লোমহৰ্ষক। এগ্ৰাণিৰ নিবিড় হাবিত মেচিনগানৰ সৈতে পিঞ্জৰাবদ্ধ জাৰ্মান তিৰোতাবিলাকৰ বিস্তৃত বিৱৰণ শুনি থকা—তাৰ অতি মৰমৰ বন্ধুসকলেও তেনেদৰে শিকলিৰ বান্ধত নপৰা—সি কোৱা সৈন্যকিছুমানত অকনো ৰাপ নেদেখুৱাইছিল আৰু সেয়েই ক্ৰেবৰ সাধুবোৰে কেতিয়াও কাৰো মনত অকনো চাঞ্চল্যৰ ৰেখাপাত নকৰিছিল।

অসত্য আৰু অপলাপৰ ফল স্বৰূপে ক্ৰেবৰ অভিজ্ঞতাৰ মন-প্ৰাণক আচ্ছন্ন কৰিলে—এটি অচিন ৰকমভাৱে আৰু সেইকাৰণেই কোনোবা নাচৰ নিশা ঘটনাক্ৰমে অলপ সময়ৰ কাৰণে এজন সচাঁসচি সৈনিকৰ লগত দুখাৰ সুখ-দুখৰ কথা পাতিবলগীয়া হলেই সি খুব কম আয়াসতে আটাইতকৈ বুঢ়া সৈনিকটি সাজি পৰিছিল। সকলো সময়তে এটি অজান ভয়ৰ ভাবে তাৰ মনটো যেন আতঙ্কিত কৰি তুলিছিল..........।

এই সময়তো আছিল—শেষ বৰ্ষাৰ দিন। সি শুই উঠিব পলমকৈ—গ্ৰন্থাগাৰলৈ গৈ কিতাপ আনিব, দুপৰীয়াৰ আহাৰ খাই আগচ'ৰাত বহি আমনি নলগাকৈ কিতাপ পঢ়িব আৰু দিনটোৰ আটাইতকৈ গৰম-লগা সময়কণক শীতল আন্ধাৰ "পুল-ৰুম্"ত কটাবগৈ। গধূলী-সময়ত সদায় সি অলপ "ক্ৰেবিনেট' বজোৱা অভ্যাস কৰে আৰু নগৰত অলপ ইফাল-সিফাল কৰাৰ পাচত, কিতাপ পঢ়ি বিচনাত পৰেগৈ। তাৰ ভনী-দুজনীৰ চকুত সিহঁতৰ এই দুৰ্ভগীয়া ককায়েক এতিয়াও এজন বীৰেই হৈ আছিল। যদি সি বিচাৰে-তেন্তে তাৰ ৰাতিপুৱাৰ খাবৰ মাকে বিচনাতে দিয়েগৈ। মাক সঘনে তাৰ ওচৰলৈ আহে, তাক যুদ্ধৰ বিষয়ে ক'বলৈ কয় কিন্তু মনটো হ'লে সদায় ক'ৰবাত উৰি ফুৰে। বাপেকে কিন্তু সম্পূৰ্ণ উদাসু ভাৱ অৱলম্বন কৰিছিল। ক্ৰেব্ যুদ্ধলৈ যোৱাৰ আগতে পৰিয়ালৰ কাৰখন তাক কেতিয়াও চলাব দিয়া হোৱা নাছিল। সচাঁ কথা ক'বলৈ গ'লে মাটিবাৰীৰ লেন্-দেন্ত ঘূৰি ফুৰা বাপেকক—কাৰখন সদায় ওচৰতে লাগিছিলেই। "ফাৰ্ষ্ট-নেচনেল্-ৰেঙ্ক"ৰ আগতে কাৰখন সদায় ৰৈ থাকে কিয়নো তাৰ দ্বিতীয় মহলাতেই বাপেকৰ অফিচ্টো। এতিয়া, যুদ্ধৰ পাচতো.................কাৰ একেখনেই থাকি গ'ল।

চহৰখন অলপো সলনি নহল—মাত্ৰ সৰু সৰু ছোৱালীবোৰ ডাঙৰ হৈছে। সিহঁতে বাস কৰা কান্সিয়া পেচাল-মকামিলাৰ এই গোলমলীয়া পৃথিৱীখনৰ দুৰ্ব্বহ ব্যুহ ভাঙি সোমাই যাবৰ সাহ বা শক্তি ক্ৰেবৰ নাই। অৱশ্যে, সিহঁতক এনেয়ে চাবলৈ তাৰ বৰ ভাল লাগে। ইমানবোৰ ধুনীয়া ধুনীয়া গাভৰু ছোৱালী! প্ৰায়-বোৰৰেই চুলিবোৰ 'আৰু' চুটি চুটিকৈ কটা। সি যোৱাৰ সময়ত আকৌ সৰু সৰু ছোৱালী নাইবা বৰ উৱলীয়াবিধৰ ছোৱালীবিলাকেহে তেনেকৈ চুলি ৰাখিছিল। সিহঁতৰ সকলোৰে চুৱেটাৰ পিন্ধিছিল আৰু লগতে ঘূৰণীয়া "ডাচ্-কলাৰ" থকা "ৰেছ্-ছাৰ্ট"। এটা বেছ্ নতুন পেটাৰ্ণ। আগচ'ৰাত বহি থাকি আলি-টোৰ সিপাৰেদি থোৱা সিহঁতক চাবলৈ সি ভাল পায়। গছবিলাকৰ দীঘল-ছাঁত খোজবোৰ পেলাই আগবাঢ়ি যাওঁতে সিহঁতক লক্ষ্য কৰিবলৈ তাৰ ভাল লাগে।

চুৰেটাবৰ ওপৰৰ ঘুৰণীয়া ''ডাচ্‌-কলাৰ'' বোৰ সি ভাল পায়। সি ভাল পায়—সিহঁতৰ লাহী চিলকৰ মোজা-বোৰ আৰু বহল জোতাবিলাক আৰু ভাল পায় সিহঁতৰ ব'ব্ কটা চুলি আৰু খোজ কঢ়াৰ চপল-লয়লাস-ভঙ্গী !

চহৰত থকা কালছোৱাত সিহঁতৰ প্ৰতি তাৰ আকৰ্ষণ বৰ সবল নাছিল। তাৰ বাবে সচাকৈয়ে সিহঁতৰ কোনো প্ৰয়োজন নাই। জটিলতাৰ কুইঁকেৰে আবদ্ধ সিহঁত। তাৰ যেন আন কিবা এটাবহে খুব প্ৰয়োজন। অনিশ্চিত তাৰ মনে বিচাৰে এজনী ছোৱালী—তাৰ বাবে অকনো কষ্ট কৰিবলৈ তাৰ মন নাই। এজনী ছোৱালী সি খুব ভাল পালেহেঁতেন হয়তো, কিন্তু তাৰ অন্বেষণত বেছি সময় নষ্ট কৰিব-লৈকো সি ভাল নাপায়। জঞ্জাল-জঞ্চাট নাইবা কুটনীতিৰ মাজতো সোমাই পৰাতো সি মুঠেই পছন্দ নকৰে। খৰচ-বৰচ কৰিবলৈকো সি সাজু নহয়, আৰু এটা মিছা কথাও সি নকয়। একোবেই, তাৰ মনত মূল্য নাই।

তাৰ কাৰ্য্যৰ পৰিণাম ভুক্তিবলৈকো সি ৰাজি নহয়। তাক লাগে ফলাফল ভোগ নকৰাকৈ জীয়াই থাকিবলৈ—কেৱল জীয়াই থাকিবলৈ। তাৰোপৰি তাকনো ছোৱালী এজনী কেলেই লাগিছে ! সেনাবাহিনীৰ জীৱনে তাক এই সত্যটো ভালকৈ শিকাইছে। সচাঁ-কৈয়ে এনেকৈ ভাও ধৰিবলৈ বৰ ভাল যেন তোমাক ছোৱালী এজনী নহলেই নহয় ! প্ৰত্যেকে তাকেই কৰিছিল। মিছাকথা, দৰাচলতে তোমাক ছোৱালীৰ কোনো দৰ্কাৰেই নাই। কিমান হাঁহি উঠা—সচাঁ-কৈয়ে। কোনোবাই আকৌ গৰ্ব্ব কৰিব........ছোৱালী-বিলাক তেওঁৰ মানত সম্পূৰ্ণ মূল্যহীন, কেনেকৈ তেওঁ সিহঁতৰ কথা কশ্মিনকালে ভবাও নাই, আনকি সিহঁতে কেতিয়াও তেওঁক স্পৰ্শকে কৰিব নোৱাৰে। আনফালে আকৌ এজনে ক'ব—ছোৱালী নহলে তেওঁ জীয়াই থাকিব নোৱাৰে—সকলো সময়তে তেওঁক লাগে মাথোন-ছোৱালী। দুয়োজনে মিছা কথা কয়। তুমি যেতিয়ালৈকে ছোৱালীৰ কথা নাভাবা—তেতিয়ালৈকে তোমাক কোনো ছোৱালীয়েই নালাগে। সেইযাৰ কথাও সি সেনাবাহিনীতে শিকিছে। আনহাতে, পলম কৈ হওক বা সোনকালেই হওক—তুমি সদায় এজনী ছোৱালী পাবাই। উপযুক্ত বয়স হলে তুমি ভাবিবই নেলাগে। এইযাৰ কথাত-সেনাবাহিনীৰ দীঘলীয়া জীৱনে তাক শিকাইছে।

সি এজনী ছোৱালীক ভাল পালেহেঁতেন যদি তাই তাৰ ওচৰলৈ আহিলেহেঁতেন কিন্তু কেতিয়াও কথা কব নিবিচাৰিলেহেঁতেন। কিন্তু ঘৰত ! ঘৰত যে সকলো কথাই ইমান জটিল। সি জানিছিল—সি কেতিয়াও এই জটিলতাৰ বেৰ বগাব নোৱাৰে। তাৰ বাবে যেন কোনো কষ্টই কৰিবলগীয়া নহয়। কিন্তু ফৰাচী আৰু জাৰ্ম্মান ছোৱালীৰ কথা অবশ্যে বেলেগ। তুমি কথা পাতিবও নোৱাৰা আৰু পাতিব নেলাগেও। তেনেই সহজ কথা—তোমালোক দুয়ো বন্ধু। ফ্ৰান্সৰ কথা তাৰ মনলৈ আহিল আৰু তাৰ পাছত জাৰ্ম্মানীৰ। হাজাৰ হওক, জাৰ্ম্মানীখন তাৰ বেছি ভাল লাগিছিল। ঘৰলৈ আহিবলৈ তাৰ মনকে নগৈছিল। কিন্তু তথাপি সি যে আহিবলগীয়াই হ'ল। এয়া, আগচ'ৰাত বহি আছে।

আলিটোৰ সি কাষেদি খোজ কাঢ়ি যোৱা ছোৱালী-বিলাকক—সি ভাল পাইছিল। জাৰ্ম্মান বা ফৰাচী ছোৱালীবোৰতকৈ —সিহঁতৰ মুখশ্ৰী—তাৰ লাগিছিল বেছি ভাল। কিন্তু তাৰ পৃথিবী আৰু সিহঁতৰ পৃথিবী-খনটো একে নহয়। সিহঁতৰে যেই কোনো এজনীক সি ভাল পাব পাৰিলেহেঁতেন। ইমান ধুনীয়া—সিহঁত।

তাৰ ভাল লাগিছিল। বুকুখন যেন কঁপি উঠিছিল। কিন্তু ইমান কথা তাৰ আগত কেতিয়াও নচলিব। তাৰোপৰি, —এজনী ছোৱালীৰ সিমান প্ৰয়োজনো হোৱা নাই—তাৰ বাবে। অৱশ্যে, সিহঁতক চাই থাকিবলৈ তাৰ ভাল লাগে—এনেয়ে। কিন্তু নহব, অন্ততঃ এতিয়া নহব—দিন-কাল অলপ ভালকৈ আহিছেহে নাথোন।

আগকালে বহি যুদ্ধৰ বিষয়ে কিবা কিতাপ এখন সি পঢ়ি আছিল। যুদ্ধৰ ইতিহাস—তাৰ জীৱনৰ হেৰাই-যোৱা দিনবোৰৰ হৈ-যোৱা কাহিনীবোৰৰ পাণ্ডুলিপি। সি পঢ়া বহু-কিতাপৰ ভিতৰত আজিয়েই তাৰ আটাইতকৈ ভাল লাগিছিল। তাৰ ইচ্ছা—আৰু দুখনমান মানচিত্ৰ যদি সৰহকৈ থাকিলেহেঁতেন। ভাল ইতিহাস—তাতে আকৌ যদি ভাল বৰ্ণনামূলক মানচিত্ৰ থাকে—তেন্তে তাৰ খুব ভাল লাগিছিল। এতিয়াহে সি প্ৰকৃততে যুদ্ধৰ বিষয়ে শিকিছে। আগেয়ে সি আছিল—তাল সৈনিক।

ঘৰলৈ অহাৰ এমাহমানৰ পাচত এদিন পুৱা মাক তাৰ শোৱা-কোঠালীলৈ আহি বিচনাতে বহিলহি। ইটো-সিটো কথা বতৰাৰ পাছত মাকে ক'লে যে গধূলি সময়ত ক্ৰেবে ঘৰৰ মটৰখন লৈ ফুৰা-চকা কৰাতো—বাপেকে ইচ্ছা কৰে। ক্ৰেবে কিন্তু আকোৰ গোজালি মাৰি ধৰিলে যে বাপেকৰ এই অপ্ৰত্যাশিত সিদ্ধান্তৰ মূল মাকহে—আন কোনো নহয়। অলপ পাছতে ৰাতিপুৱাৰ খাবৰ বাবে তললৈ মাতি মাক নামি গ'লগৈ। কোঠালীটোৰ পৰা মাক ওলাই যোৱাৰ পাছত তলৰ মহলাত ক্ৰেবে চাহ-চামুচৰে টুং টাং শব্দ শুনিবলৈ পালে। হাত-মুখ ধুই সাজ-পোচাক পিন্ধি সি তল পালেগৈ—ৰাতিপুৱাৰ আহাৰৰ বাবে। সি খাই থকা অৱস্থাতেই ভনীয়েক আহি দিনটোৰ চিঠি-পত্ৰ আৰু কাগজখন উলিয়ালেহি।

ইমান সোনকালে শুই উঠা বাবে ভনীয়েকে ক্ৰেবক মৰম-মিশ্ৰিত পৰিহাস কৰিলে। তাই আছিল তাৰ সকলোতকৈ মৰমৰ ভনীয়েকজনী। ক্ৰেবে মাথোন মুৰ দাঙি চালে আৰু ভনীয়েকৰ হাতৰ পৰা "কান্সাছ চিটি ষ্টাৰ" খন লৈ যেন-খেমালিৰ পৃষ্ঠাটোত মনোযোগ দিলে। দুৰৰ পৰা মাকে ক্ৰেবক কাগজখন মোটোকাই লবলৈ হাক দিলে কিয়নো তেনে কৰিলে দেউতাকে পঢ়াত অসুবিধা পাব পাৰে। ভনীয়েকে ওচৰতে বহি তাক চাবলৈ ধৰিলে। ভনীয়েকে আকৌ কথা-প্ৰসঙ্গতে আজি আবেলিকে হব লগা "বেচ্ বল্" (Base ball) খেলৰ কথা ক'লে। আজি আকৌ তাইৰ পাল পৰিছে। ক্ৰেবেও পুৰণি খবৰ-বাতৰি সুধিলে। ভনীয়েকে অনৰ্গল কৈ গ'ল: বহুত লৰাতকৈ তাই বেছি ভাল খেলিব পাৰে, ছোৱালীবোৰটো ভাল নহয়েই। ককায়েকেই যে তাইক খেলিবলৈ শিকাইছিল নাইবা তাই ককায়েকৰ কিমান মৰমৰ ভনীয়েক—ইত্যাদি কথাবোৰ তাই হেনো কাৰো আগত ক'বলৈ বাকী ৰখা নাই। তাই আবেলি খেল চাবলৈ ককায়েকক অনুৰোধ কৰিলে। ক্ৰেবে অনিশ্চিত ভাৱে শলাগি থলে মাথোন। ভনীয়েকে কিন্তু ক্ৰেবে তাইক অকনো ভাল নেপায়-বুলি থেহ্ পাতিলে। বাহিৰ ঘৰৰ পৰা মাক সোমাই আহিল—হাতৰ থাল-দুখনত খাবৰ কিবাকিবি। মাকে ক'লে:

"হেলন, তই অলপ আঁতৰছোন ; মোৰ হেৰল্ডৰ লগত অলপ ভিতৰুৱা কথা আছে"। টেবুলখনৰ সিকাষে বহি পুতেকক ক'লে ;—

"চাও হেৰল্ড, অলপ সময়ৰ বাবে কাগজখন নমাই থোৱাছোন"। ক্ৰেবে কাগজখন নমালে। চশমাযোৰ চকুৰ পৰা আতঁৰাই মাকে সুধিলে:—

"তুমিনো এতিয়া কি কৰিবা, সেই বিষয়ে কিবা এটা সিদ্ধান্ত কৰিছানে ?"

"ওহোঁ"—ক্ৰেবে অসন্মতি সূচক উত্তৰ দিলে। "এতিয়া বাৰু তুমি যথেষ্ট বয়স হোৱা নাই বুলি ভাবিছা-নেকি"? মাকে সাধাৰণ সুৰত কথাষাৰ কোৱা নাছিল। বাস্তৱিকতে, তেওঁক যথেষ্ট চিন্তাযুক্ত দেখা গৈছিল।

"মই একো ভবাই নাই"—ক্ৰেবৰ একে নিলিপ্ত উত্তৰ। "ঈশ্বৰে প্ৰত্যেককে নিজৰকৈ এটি কাম দিছে। তেওঁৰ ৰাজ্যত কোনো নিষ্কৰ্মাৰ স্থান নাই।" মাকে আকৌ চেষ্টা কৰিলে।

"মই তেওঁৰ ৰাজ্যত বাসেই নকৰো"—ক্ৰেবে ক'লে। তাক আনদিনাৰ দৰেই আননি পোৱা আৰু খিংখিঙীয়া দেখা গৈছিল।

"তোমাৰ কাৰণে আমি যথেষ্ট দিগ্‌দাৰত পৰিছো, হেৰল্ড। মই জানো—জীৱনত তুমি আসক্ত হোৱা প্ৰলোভনবোৰৰ কথা, মই জানো মানুহ কিমান দুৰ্ব্বল! তোমাৰ পিতাৰা আৰু ককাদেউতাৰাই কোৱা যুদ্ধৰ কথাবোৰ, মই গম পাওঁ আৰু সেইয়েই মই তোমাৰ মঙ্গলৰ বাবে সদায়েই প্ৰাৰ্থনা কৰিছিলো। তোমাৰ হৈ মই সদায়েই—প্ৰাৰ্থনা কৰো, হেৰল্ড।"

ক্ৰেবে ৰ নাগি খালখনৰ শুকান মঙহৰ টুকুৰাবোৰলৈ চাই থাকিল।

মাকে কৈ গ'ল:—

"তোমাৰ পিতাৰাও জানো কম লেঠাত পৰিছে। তেখেতৰ মতে: তুমি লক্ষ্য ভ্ৰষ্ট হৈছা—জীৱনত তোমাৰ গতি-পথ হেৰাই গৈছে। চোৱাচোন, সেয়া তোমাৰ বয়সৰে চাৰ্লি চিমন্সে্ ভাল কাম লৈছে আৰু অলপতে বিয়াও কৰাব খোজে—! তোমাৰ লগৰ ল'ৰাবোৰতো চাৰিওফালে কামে-কাজে লাগি গৈছে; কাম হ'তে-ত'তে লবই লব—বুলি সিহঁতে দৃঢ়সঙ্কল্প কৰিছে। তুমিয়েই ভাবি চোৱাচোন,—চাৰ্লিৰ নিচিনা ল'ৰা এসময়ত গোটেই বংশৰে গৌৰৱ নহ'বগৈনে বাৰু"?

—ক্ৰেবে একো নামাতিলে।

"তুমি দেখোন জানাই আমি তোমাক কিমান ভাল পাওঁ। তোমাৰ ভালৰ কাৰণেহে—মই কৈছোঁ। তোমাৰ দেউতাৰাই তোমাৰ স্বাধীনতাত হাত দিব নোখোজে। তেখেতে কৈছে—তোমাক কাৰখন চলাব দিয়া উচিত। আৰু তাতে যদি তুমি আকৌ গধূলা-সময়ত দুই-এজনী ছোৱালী তুলি লৈ ফুৰাতো বিচাৰা—তেন্তে আমি খুব ভালহে পাম। কাৰণ, তুমি আনন্দ-আহ্লাদত থকাটোৱেই আমি বিচাৰো। কিন্তু হেৰল্ড, কিবা কাম-বন এটাতো তুমি বিচাৰি লবই লাগিব। তুমি সিহঁতে লাগে আৰম্ভ নকৰা—পিতাৰাই কেতিয়াও বেয়া নাপায়। সকলো কামৰে সমানে মান আছে বুলি তেখেতে ভাবে। তুমি কিবা এটা নিশ্চয় কৰিব লাগিব। আজি পুৱাই তেখেতে মোক কথাটো বুজাই দিবলৈ কৈছিল; তুমিও অফিচতে তেখেতৰ লগত পৰামৰ্শ কৰিব পাৰা!"

"সকলো কথা কোৱা হ'ল নে"?—ক্ৰেবে সুধিলে।

"হ'ল। বাচা, তুমি বাৰু তোমাৰ মাৰাক ভাল নোপোৱা জানো?"

ওহোঁ—নাপাওঁ।

মাকে তালৈ চাই পঠিয়ালে। চকুদুটা চল্‌চলীয়া পৰিল। তেওঁ কান্দিব ধৰিলে।

"মই কাকো ভাল নাপাওঁ"—ক্ৰেবে আকৌ ক'লে।

কিন্তু মিছা হ'ল। সি বুজাব নোৱাৰিলে। মুখৰ ভাষাৰে তাৰ অন্তৰৰ কথা ব্যক্ত কৰিবলৈ গৈ সি কেৱল ব্যৰ্থ হ'ল। মাকক মাথোন অযথা আঘাত দিলে। সি আগবাঢ়ি মাকৰ কাকত বহিলেগৈ। হাত দুখনিৰে মুখখন ঢাকি—বুঢ়ী মাকে কেৱল কান্দিছিল:

"মই তেনেদৰে কেতিয়াও কব খোজা নাছিলোঁ" সি ক'লে—"মোৰ এনেয়ে কিবা এটাত খং উঠিছিল।

মই সচাঁকৈয়ে ক'ব খোজা নাছিলোঁ যে মই তোমাক ভাল নাপাওঁ।"

মাকে কান্দিয়েই থাকিল। ক্রেবে হাতদুখন মাকৰ কান্ধত থলে।

"আই, তুমি মোক বিশ্বাস কৰিবানে ?"

মাকে মূৰ জোকাৰিলে মাথোন। ক্রেবে মাকৰ ওচৰত বৰকৈ অনুনয়-বিনয় কৰিব ধৰিলে। শেহান্তৰত মাকে তাক বিশ্বাস কৰিলে। মাকৰ আউলি-বাউলি চুলিবোৰত ঢালি দিলে---এটি চুমাৰ পৰশ।

"মই তোমাৰ মাতৃ"—মাকে ক'লে—"তুমি যেতিয়া সৰু কেচুৱাটি আছিলা, মই তোমাক অন্তৰৰ কিমান নিবিড় মৰম যাচি দিছিলো।"

"মই জানো, আই, মই জানো।" মই যত্ন কৰিম আৰু তোমাৰ ভাল লৰাটি হৈ উঠিবলৈ।"

তাৰ পিচত মাকৰ কথামতে দুয়ো কোঠালিটোৰ একাষত আঠুকাঢ়ি প্রার্থনা কৰিবলৈ বহিল। মাকে প্রার্থনা জনালে।

"এতিয়া তুমি প্রার্থনা কৰা, হেৰল্ড।" মাকে ক'লে।

"মই নোৱাৰো।" ক্রেবে উত্তৰ দিলে।

"যত্ন কৰাচোন।"

"নাই। মই নোৱাৰো।"

"তেন্তে, তোমাৰ হৈ মরে প্রার্থনা জনাওঁনে ?" মাকে সুধিলে। মুখৰ এটি অস্ফুট ধ্বনিৰে ক্রেবে সন্মতি জনালে।

মাকে তাৰ হৈ প্রার্থনা জনালে। দুয়ো থিয় হ'ল : ক্রেবে মাকক চুমা খালে আৰু বাহিৰ ওলাই আহিল। জটিলতাৰ মেৰ-পাকৰ পৰা জীৱনটোক সৰকাবলৈ সি চেষ্টা কৰিছিল। তথাপি, কোনেও তাক একো কৰিব নোৱাৰিলে। তাৰ দুখ লাগিল : মাকৰ আগত সি মিছা মাতিবলগীয়া হ'ল। তৰি দুটা লাহে লাহে আগবঢ়াই দিলে।

কাকাচু চহৰলৈ যে সি এটা কাম বিচাৰি যাব। মাকে নিশ্চয় তাক কিমান ভাল পাব। সি যোৱাৰ আগতে হয়তো আকৌ কিবা গোলমাল লাগিব পাৰে—কিন্তু সি কেতিয়াও আৰু বাপেকৰ ওচৰ নাচাপে। তাক লাগে খুব সহজভাৱে জীয়াই থাকিবলৈ—সি বিচাৰে জীৱনৰ সহজ-বোৰ্তি স্রোতত উটি যাবলৈ। হয়তো, সেই সহজ পথেদিয়েই সি বাট বুলিছে। যাহক ! এতিয়া আৰু সেইবোৰ একো নালাগে। সি মাথোন যাব স্কুলৰ খেল পথাৰলৈ আৰু তাত তাৰ সৰুৰী ভনীয়েক হেলেনে বেচ্‌-বল খেলা চাবগৈ।

[ Ernest Hemingwayৰ "Soldier's Home" নামৰ গল্পটিৰ অনুবাদ ]



কেচোবামৰ কাপোৰৰ কল ফটো—জালিয়ান।

ৰচনাৰ ৰহঘৰাঃ—

# মৰম

—দুলাল ফুকন

বুজিছে ডাঙৰীয়া, আপুনি যি চাৰিবেৰৰ মাজত সোমাই আছে, যিটোক আপুনি ওৰে জীৱন ধৰি পাবলৈ ইচ্ছা কৰে, যিটো নহলে আপুনি পৃথিৱীখন শূন্য দেখে তাৰ কথাকে কব খুজিছো। বুজিলেতো? যদি পৰিষ্কাৰ হোৱা নাই তেন্তে প্ৰবন্ধৰ নামাকৰণলৈ দৃষ্টি নিক্ষেপ কৰক। কি দেখিছে? ডাঙৰ আখৰেৰে 'মৰম' নহয় জানো? এটা গৰম নিমকিৰ সৈতে এক চিঙেল চাহৰ যি স্বাদ অথবা এটা আধুনিক কবিতাৰ আখৰা কৰাত আমাৰ তথাকথিত আধুনিক সমাজৰ যি তৃপ্তি তাতকৈ চাগৈ মৰম শব্দটোৱে আপোনাক অধিক তৃপ্তি আৰু আনন্দৰ খোৰাক যোগাব। আপুনি এতিয়া বাৰিৰ চিগাৰেটৰ হোপা এটা মাৰি ধোৱাবোৰ শান্তভাৱে এৰি দি জীৱনৰ খাঁজে খাঁজে সোমাই থকা অতীত ইতিহাসৰ 'মৰমৰ' কণিকাবোৰৰ কথা ভাবি যাওক। মনৰ 'ৰেডিঅ'ই কৈ যাব অবিৰাম গতিৰে। বহু। আপুনি এটুকুৰা খৰ খজুৰাই যি আৰাম পায় নাইবা সুকোমল তুলিৰ বিছনাত ভাত গুজৰিৰ পিচত গা এৰি দি যি সোৱাদ পায় 'মৰম'তো সেয়ে পালে। বুজা নাই এতিয়াও? তেন্তে কথাটোৰ ভেদ ভাঙি দিয়া যাওক। কি বোলে?

পুৱাৰ পৰা আৰম্ভ কৰি ৰাতিৰ এপৰলৈকে যেনিয়ে চাব তেনিয়ে দেখিব কেৱল 'মৰম'। পুৱা বিছনাৰ পৰা আপোনাৰ মৰমৰ শ্ৰীমতীয়ে জগাই দিলে। আপুনি মাজু লৰাটো কৈ উঠিল "পানী এটোপা আনছোন প্ৰভাত।" মৰমৰ মাতেৰে "নিছো দেউতা" বুলি কৈ আপোনাৰ ওচৰত হাজিৰ। তাৰ পিছত জলযোগৰ সময়। ভিতৰৰ পৰা আপোনাৰ শ্ৰীমতীৰ সুমধুৰ কণ্ঠস্বৰ ভাঁহি আহিল "চাহ খাওকহি। ঠাণ্ডা হব।" অৰ্থাৎ ঠাণ্ডা চাহ খালে কেনেবাকৈ আপোনাৰ পেটৰ অসুখ হব পাৰে। এয়াও মৰমৰেই চিন নহয় জানো? আপোনাৰ লৰা-ছোৱালী কেইটি বহুত দিন মাছ একণৰ মুখ দেখা নাই। সিহঁতৰ প্ৰতি থকা মৰমৰ অজানিত শক্তিটোৱে লৈ গল আপোনাক বজাৰলৈ। বাটত মনশ্যামে পালে লগ। কৈ উঠিল "মিঃ বৰা। খবৰ কি? ভালে আছাতো?" আপুনি উপৰাই দিলেমাত "By the grace of you and Almighty" এয়াও মৰমৰেই প্ৰকাশ ভঙ্গী। বজাৰ পালেগৈ আপুনি আৰু মাছৰ পাছি আগত লৈ কুমলীয়া তামোলৰ সেপচুকি থকা বুঢ়ী বাইক সুধিলে—"বাই, এই খুটুৰা মাছৰ দাম কিমান?" বায়ে সোণা দাঁত কেইটা উলিয়াই মৃদু আৰু মিহি মাতেৰে সমিধান দিলে "মইনা, দিবা আৰু এটকিমান। বুঢ়ী মানুহক দেখোন এনেয়েও দান কৰিব লাগে দুই চাৰি অনা।" এইবুলি হাঁহি দিলে। বাইৰ মাতষাৰে আপোনাক মন্ত্ৰ মুগ্ধ কৰি পেলালে। পৰিবৰ্ত্তে আপোনাৰ জেপৰ টকা এটা সৰকিল। লগে লগে আপোনাৰ হাতত ওলমি পৰিল মাছৰ খুটুৰাটি যত সোমাই আছে আছে এটা পৰিয়ালৰ আশাৰ ভাণ্ডাৰটো। বজাৰৰ পৰা ঘূৰি আহোঁতে বাটত আপোনাক শহুৰেকে পালে লগ। তেখেতৰ মুখৰ পৰা নভৱা নিচিন্তাকৈয়ে এষাৰ

বাক্য ব্যক্ত হল—"পাৰিলে আমাৰ ফালে এপাক মাৰি-বাচোন।" "দেউতা, চেষ্টা কৰিম বাৰু যাবলৈ" আপুনি মোখনি মাৰিলে এইদৰে। মনত ৰাখিব মৰমেই এই নিমন্ত্ৰণৰ মূল কাৰণ। দুদিন মানৰ পিছত গৈ পালে আপুনি শহুৰেকৰ ঘৰ। দূৰতে খুলশালীয়েকে মৰম সনা মাতেৰে কৈ পেলালে "ভিনিহিদেউৰ গপ আজি ভাগিল হবলা? বাইদেউ কেনে আছে? বুবুল-টোৰ দাঁত ফুটিছেনে?" ইত্যাদি এশ এটা প্ৰশ্নৰ জোৱাৰ উঠিল। তাৰ পিছত চাহ সন্দেশ আদিৰে অভ্যৰ্থনা। এইবোৰ মৰমৰ অপূৰ্ব্বৰ নিদৰ্শন নহয় বুলি কোনে কবলৈ সাহ কৰিব?

ডাঙৰীয়া, মৰমেই দেশখন বেৰি আছে। আপো-নাৰ সৰু লৰাটি দেখাত চকুত লগা। কাজেই এজনে মৰমত মন্তব্য কৰিলে "ইমান ধুনিয়া লৰাটি।" কেঁচুৱা-টিয়ে লোটাৰ পানীখিনি পেলাই দিলে। খঙত উগ্ৰমূৰ্ত্তি ধাৰণ কৰি মাকে শোধালে বাহ ঢকা। লগে লগে কেঁচুৱাটি সেইফালে ঢেৰেঙা লাগিল। অৱশেষত কেঁচুৱাটিক মাকে কোলাত তুলাই স্তনৰ আগ এটি কেঁচুৱাৰ মুখত ভৰাই মৰমৰ মাতেৰে নিচুকাব ধৰিলে—"অ মোৰ সোণটি। নেকান্দিবা ঐ ঐ। দুখ পালানেকি চাওঁ মোৰ সোণটি।" লগে লগে কেঁচুৱাৰ মুখেদি মৰমৰ চুমা এটি বাগৰি গল। আকৌ ধৰক আপোনাৰ সৰু ছোৱালী জনীয়ে স্কিপিং খেলিছে। ওঁঠত লিপষ্টি-কৰ সৈতে গাঁত চক্‌লেট ৰঙৰ চিল্কৰ ফ্ৰক। ইতিমধ্যে আপোনাৰ পদূলিয়েদি পাৰ হৈ যাওক নন্দ আৰু ইন্দ্ৰ। দুয়ো অকণো সময় অপব্যয় নকৰাকৈ আলোচনা প্ৰসঙ্গত ছোৱালী জনীৰ প্ৰতি মৰমৰ কাৰণেই কৈ থলে—"আঃ কি ডিচেণ্ট খেলা ভাই। যেন মধুবালা..।"

আৰু এখোজ আগবাঢ়ক। দেখিব জয়ন্তই কবি-তাক ভাল পায়। অৰ্থাৎ কবিতাৰ প্ৰতি জয়ন্তৰ মৰমৰ ভাবে অঙ্কুৰ মেলিছে। অৱশেষত সিয়ে হয়গৈ "প্ৰেম।" সম্মান নষ্ট হোৱাৰ সন্দেহ ক্ৰমে আজিকালি ইংৰাজীতে কোৱা হয় Love মৰমৰ আকৰ্ষণতেই শেহত গৈ অভিধানে চুকি নোপোৱা নানা ৰকমৰ সাহিতিক অলঙ্কাৰৰ সৈতে চলাচল গুপুত প্ৰেম পত্ৰ অৰ্থাৎ Secret love letter হয়— "তোমাৰ প্ৰেমত পমি গলো যেন পানীত লোণ", "তুমি আৰু মই যদি এক বুলি কওঁ সৰগ আৰু মৰতৰ নাথাকিব ভেদ", "তুমি মোৰ জীৱন আকাশৰ ভোটাতৰা" ইত্যাদি। এয়া উক্তি প্ৰেমিকৰ।

সিফালৰ পৰা প্ৰেমিকাই জনাব "আপুনি মোৰ চকুৰ মাণিক, প্ৰাণৰ পৰশমণি আৰু হৃদয় বৃন্দাবনত মোহন বাঁহী বজাওতা নন্দদুলাল" ইত্যাদি আৰু লগত দুই চাৰি ফাকি ৺গণেশ গগৈৰ কবিতা। এই মৰমৰ আকৰ্ষণে এইদৰে ডাকবিভাগৰ পুঁজিটোও টনকিয়াল কৰে। কেনেবাকৈ যদি জয়ন্তৰ মৰমক কৰিতাই নেওচা দি জয়ন্তৰ গোপন কোণত জ্বলি থকা মৰমৰ বন্তিগছ নুমুৱাব চেষ্টা কৰিলে তেন্তে ডাঙৰীয়া জৰুল জানিব তেওঁৰ পেটলৈ ভাত নোযোৱা দূৰৰ কথা—মানসিক জ্বৰে বৰকৈ পীড়িব আৰু আনকি কেতিয়াবা জ্বলা চাকিৰে ৰাতিপুৱাব পাৰে। এনে অৱস্থাত জয়ন্তৰ কাৰণে যেন পৃথিৱীখন এটা বিৰাট শূন্য যাৰ মাজত কেৱল তেওঁহে জীয়াই আছে। তাৰ পিছতেই "কাব্য পদ্মই পাপৰি মেলে" আৰু উপন্যাসৰ ফুলনিখন ফুলিবলৈ ধৰে।

ডাঙৰীয়া আপুনি চাগৈ এসময়ত অৰ্থাৎ ভৰ বয়সত নিশ্চয় কোনোবা তিলোত্তমাৰ লোভ সামৰিব পৰা নাছিল। তাৰবাবে আপুনি দায়ী নহয়। দায়ী মৰম। নাহি কঁকাল, বৈ পৰা চেলাউৰি, শাওনৰ জলভৰা ডাৱৰৰ দৰে চুলি, চকুত সাগৰৰ এচামুচ নীলা, দালিম গুটি যেন দাঁত, ওঁঠত 'লিপষ্টিক' গালত প্ৰসাধন সামগ্ৰী, উঠন বুকু এশ এবুৰি বিশেষণ থকা এগৰাকী গাভৰুৱে নিশ্চয় আপোনাৰ মৰম আদায় কৰিব পাৰিছিল। বোধহয়

সৌন্দৰ্য্যৰ কাৰণেই ! সেইবুলি আপুনি "লয়লা মজনুৰ" কাৰণেও মৰম নিবিলাই নোৱাৰিব কিন্তু। মৰমে মানুহক মাৰেও তাৰেও আৰু কেতিয়াবা সৰ্ব্বস্বান্ত কৰে। আপোনাৰ চকু ঘুৰি পঠাই দিয়ক চেক্স্‌পীয়েৰৰ "মাৰ্চেণ্ট অৱ্ ভেনিচ" নাইবা কালিদাসৰ শকুন্তলালৈ। সামান্য আঙঠি এটাক লৈয়ে দুয়োখন নাটক তল ওপৰ। হয়তো মৰমৰ আঙঠি নোহোৱা হলে দুয়োখন নাটকেই সৃষ্টি নহলহেঁতেন।

আৰু এটা মৰমৰ মহৎ গুণ কি জানে? স্থান, কাল আৰু পাত্ৰভেদে ই মকৰধ্বজৰ কামো কৰে। সঁচাই ই কেতিয়াবা মোহিনী মন্ত্ৰহে যে চন্দন পিহি ইয়াৰ নাম লৈ কঁপালত ফোঁট ললেই সৰ্ব্বদেৱতা আপোনাৰ প্ৰতি সুপ্ৰসন্ন। প্ৰকাশ কৰিবলৈ সঙ্কোচ কৰি লাভ নাই—এবাৰ এই লিখকেই জিলাৰ হাকিমৰ ওচৰলৈ এটা জীৱিকাৰ উপায় বিচাৰি গৈছিল। ফুটা কঁপাল। তেৱা বিতুষ্ট। হাকিমক লগ কৰিব নোৱাৰি মৰমৰ চিন স্বৰূপে এপোণ পকা সুমথিৰা আৰু এখন এৰি চাঁদৰ হাকিমনীৰ হাতত হাঁহি মুখে দি সকলো কথা মুক্ত ভাবে ব্যক্ত কৰি আহিলো।

অৱশেষত মৰমৰ পক মুঠা দেখি মুগাৰ বিহা মেখেলাকে আৰম্ভ কৰি কচু শাকৰ পৰা ঔটেঙ্গা আদিৰ মাজেদি পথেকত সাতবাৰ মানকৈ নানা তৰহৰ মৰম বিলাব ধৰিলো। অৱশেষত মৰমৰ বিনিময়ে কি পালো জানে? জীৱনৰ ছাবিকাঠি। "কাম সোনকালে চমুজি লব লাগে। মাহেকত ৭৫ টকা।, কেৰাণি কাম। আপুনি যদি কোনোবা এম, এল এৰ প্ৰাণত মৰম মিহলি 'জবাকুসুম' কেইচিচামান ঘনাই ঢালিব পাৰে নতুবা ইলেক্‌শানৰ সময়ত মৰমৰ বহঘৰা পিয়াই দি "ভোটৰ বগৰ" তুলিব পাৰে তেন্তে বুজিব লাগিব আপোনাৰ ফালে বৃহস্পতি পোন। আপোনাৰ ভৱিষ্যত ৰাজ্যত অযুত তৰা ফুলি উঠিব। তৰাৰ ফুলবোৰে নাম পাব "পাৰ্মিট" "গ্ৰাণ্ট", স্পেচিয়েল..।"

আকৌ ধৰক যদি আপুনি, মন্ত্ৰী জনৰ মনত স্ব প্ৰতিভাৰ দ্বাৰা দহকৈ মৰমৰ সঁচ বহুৱাই ভাবী জোৰাঁই হব পাৰে তেনেহলে আপোনাক আৰু পায় কোনে? নেগুৰ কটা বাঘ। বিলাতলৈ গৈ কোনো Miss অৰ মৰম নিবিলোৱাকৈ ডক্টৰেট উপাধিৰ পৰা নামটোৰ পিছত থকা নেগুৰ ডাল দীঘল কৰা আপোনাৰ যি সপোন সি বাস্তৱত অচিৰে ৰূপ পাব।

সঁচা মিছা নাজানো, শিক্ষকক মৰম লগাব পাৰিলে হেনো ছাত্ৰই সৰহ নম্বৰ ধৰিব পাৰে। ৰৰাই মাকক মৰম লগাব পাৰিলে ভালৰ ভাল কলটো বা পিঠাটো পায়। মৰমৰ মাতৰ মাতিব জানিলেও চিনেমা আৰু চৰকাৰী বাছৰ টিকেট আগতীয়াকৈ কিনি মানুহৰ ভিৰৰ পৰা হাত সৰাত আহকাল নাথাকে। সেইহে— "ভাতৰ তিতা সহিব পাৰি মাতৰ তিতা সহিবনোৱাৰি।" একোষাৰ মৰমৰ মাতে কোনোবা তৰুণ হিয়াত কঁপনি তোলা আনকি পেটৰ ভাত এৰিব পৰাৰো ভুৰি ভুৰি প্ৰমাণ আছে। "কিনো তোৰ অমাতৰ মাত। তোক মাত শুনি ৰব মই নোৱাৰো এৰি যাওঁ পেটৰে ভাত।"

কলেজত পঢ়া গাৰ্ল্‌ৰ ল'ৰা ঘৰলৈ যায় কৰকৰা ভাত আৰু লফা শাকৰ জুতি লবলৈ নহয় এখাৰি মৰমৰ মাতৰ কাৰনেহে। ল'ৰাটি গৈ ঘৰ পোৱাৰ লগে লগে মাকে প্ৰথমে মুখলৈ চাব। তাৰ পিচতহে পৰিয়ালটোৰ ৰামায়ণ বা ল'ৰাটিৰ বা ৰাতৰি আলোচনা হব।"মাকে চায় মুখলৈ তিৰুতাই চায় হাতলৈ।"—কমটো মৰমত জানো?

দেশৰ কাৰণে দেশপ্ৰেমিকৰ যি মৰম গ্ৰাহকৰ প্ৰতি দোকানিৰ যি মৰম, কিতাপৰ প্ৰতি পাঠকৰ যি মৰম,

শিক্ষক ছাত্ৰ—পিতা পুত্ৰৰ যি মৰম, ই জানো বাঘ ছাগৰ মৰম ?

ভাওবীয়া, বিশ্বব্ৰহ্মাণ্ডখনেই মৰম। ই সৰ্ব্বব্যাপি সৰ্ব্ব শক্তিমান। আপোনাৰ জীৱনৰ প্ৰধান কথা আনৰ মৰম আদায় কৰাত নহয়। কথা হৈছে আপুনি জীৱনৰ কিমানক মৰম বিলাব পাৰিলে ? সেইবাবে ভাওবীয়া মৰমক বুকুৰ মাজত সুমাই মহিমামণ্ডিতভাৱে উম দিবলৈ শিকক। দেখিব লাহে লাহে পৃথিৱীখন আপোনাৰ আপোনহৈ পৰিছে।—





কেচবামৰ কাপোৰৰ কলত ৬ জন মানুহ

ফটো—জানিয়ান।

## মনোৰাজ্যৰ আলেখলেখ ঃ—

# অতীত মন আৰু চৰিত্ৰ

—জীৱন ভট্টাচাৰ্য্য

কুৰি শতিকাৰ শেষ ভাগত মানুহৰ উন্নতি নাই হোৱা বুলি কলে ভুল কোৱা হব। বুৰঞ্জীক নেওচা দি আমি কেতিয়াও আগবাঢ়ি যাব নোৱাৰো। আমি নকলেও অনাগত দিনত বুৰঞ্জীয়ে কৈ দিব কেনেকৈ পৰ্ব্বতৰ গুহাত, গছৰ পোৰোঙত থকা মানুহবোৰে বুদ্ধিৰ বিকাশৰ লগে লগে গগনচুম্বী বিৰাট অট্টালিকা সাজি বাস কৰিবলৈ ললে; কেনেকৈ জন্তুৰ ছাল বা গছৰ বাকলি পিন্ধা জন্তু সদৃশ জীৱবোৰে জ্ঞান বিকাশৰ ফলত পৰমাণুৰ মাজত সোমাই থকা মহানশক্তিকো বাহিৰ উলিয়াই আত্মৰক্ষা অস্ত্ৰ স্বৰূপে ব্যৱহাৰ কৰিবলৈ শিকিলে।

শিলৰ চোকা অস্ত্ৰ লৈ চিকাৰৰ পিছে পিছে দৌৰি ফুৰা আধা নগ্ঠা মানুহবোৰে আজি ক্ৰমোন্নতিৰ ফলত এনেকুৱা এক স্থানত উপনীত হৈছেহি যব পৰা অতীতলৈ চাই পঠিয়ালে অতীতৰ কাৰ্য্য কলাপটোক বিশ্বাস কৰিবলৈ টান হৈ পৰে। আজি মানুহে ভোগৰ, বিলাসৰ, আত্মৰক্ষাৰ নতুন নতুন উপকৰণ উলিওৱাত ব্যস্ত হৈ আছে; আৰু সচাকৈ উলিয়াইয়ো আছে। আজি পট্টভি সীতাৰামায়াই গৰু গাড়ীৰ সকলো ক্ষেত্ৰতে প্ৰচলন কৰিবলৈ বাৰে বাৰে বড কংগ্ৰেছক অনুৰোধ কৰিলেও, বড কংগ্ৰেছে তাত সৰ্ব্বান্তঃ কৰণে সম্মতি জনাব নোৱাৰে। এই কাৰণেই নোৱাৰে যে বিজ্ঞানৰ সহায়ত, আমাৰ স্বাভাৱিক বুদ্ধি বৃত্তিৰ বিকাশত আজি আমি এনেকুৱা এক স্থানত উপনীত হৈছোহি, যবপৰা আমি আকৌ পিছলৈ খোজ দিবলৈ অনিচ্ছুক। এই কথাটো ধ্ৰুৱপ যে 'Man always march forward.' ই সত্য নোহোৱা হলে আজি হয়তো জেট প্লেন, আনবিক ব'মা, উদজান বোমা, টেলিভিচন, আদি কাৰ্য্যত খটোৱাটো বাদেই কথা, আৱিষ্কাৰ কৰাৰো কথা ভাবিব নোৱাৰিলোহেঁতেন। বাহিৰ জগতখনত মানুহৰ যি বিৰাট উন্নতি পৰিলক্ষিত হৈছে তাক বৰ্ণাই শেষ কৰিব নোৱাৰি। এতিয়া প্ৰশ্ন হৈছে মানুহৰ ভিতৰৰ জগতখনত অৰ্থাৎ মনৰ জগতখনৰ কি উন্নতি হৈছে? মানুহৰ বুদ্ধি বৃত্তিৰ বিকাশ হৈছে। জ্ঞানেন্দ্ৰিয়ৰ সহায়ত মানুহে পৃথিৱীত নতুনৰ আৰু আচৰিতৰ মেলা পাতিছে। তাক আমি দেখিছো, চাইছো, আৰু চাই, মানুহৰ অৰ্থাৎ নিজৰ বুদ্ধি বৃত্তি দেখি নিজেই আচৰিত হৈছো আমাৰ গুহাত থকা দিনবোৰৰ কাৰ্য্য কলাপৰ সৈতে আজিৰ কাৰ্য্য কলাপৰ পাৰ্থক্য বিৰাট কিন্তু গুহাত থাকোঁতে আমাৰ এটা দলে কুঠাৰৰ ফালৰ নিচিনা শিলৰ জোঙা অস্ত্ৰ লৈ আগবাঢ়ি গৈছিল, আন এদলক আক্ৰমণ কৰিবলৈ—নিচেই সামান্য কাৰণ এটাতে আৰু আজি আমি শিলৰ অস্ত্ৰতকৈ সহস্ৰগুণে শক্তিশালী অস্ত্ৰ লৈ আগবাঢ়ি গৈছো আনক আক্ৰমণ কৰিবলৈ। এইখিনিতে আমাৰ গুহাৰ জীৱনৰ দিনৰ লগত মিল হৈ গৈছে অৰ্থাৎ আমাৰ আদিম পুৰুষৰ মন আমাৰ মাজৰ পৰা আঁতৰি যোৱা নাই।

ভাবিলে দুখ লাগে যে মানুহে আজি হাজাৰ বছৰৰ জ্ঞান আৰু অভিজ্ঞতা লৈ নিজক পৰিবৰ্ত্তন কৰিব পৰা নাই। মানুহ যি আছিল আজিও সিয়েই হৈ আছে। হিংসা, সঙ্কীৰ্ণতা, নৈতিক শিথিলতা মানুহৰ মাজত বাঢ়িহে গৈছে। আৰু বাঢ়ি যোৱাৰ মূল কাৰণ হৈছে আমাৰ সম্পদ, আমাৰ জ্ঞান আৰু আমাৰ উন্নতি। ভাবিলে আচৰিতেই হব লাগে কেনেকৈ আমাৰ সম্পদে আমাৰ মাজত হিংসাৰ ভাব সুমুৱাইছে, কেনেকৈ আমাৰ জ্ঞানে সংকীৰ্ণতা আনিছে, কেনেকৈ আমাৰ উন্নতিয়ে নৈতিক শিথিলতা আনিছে।

সম্পদ এজনৰ আছে, আন এজনৰ নাই। এই আছে আৰু নাইয়ে দুইবো মাজত সমন্বয় ৰাখিব পৰা নাই। এজনে আনজনৰ পিনে চালে নিজৰ থকাটো বা নথকাটো অনুভৱ কৰিব পাৰিছে। ফলত দুয়োবো মাজত এটা বিদ্বেষ ভাবৰ সৃষ্টি হৈছে—হিংসাৰ সৃষ্টি হৈছে নিজৰ অজ্ঞাতসাৰেই।

আমাৰ জ্ঞানে নিজক চহকী কৰিছে, নিজকে চিনাকি কৰি দিছে। ফলত ই কম বেছি পৰিমাণে হলেও আমাৰ মাজত অহং (Egoitesm) ভাবৰ সৃষ্টি কৰিছে। সেইবাবে আমি প্ৰকাশ্যে প্ৰকাশ নকৰিলেও অন্তৰেৰে লোকক সৰু দেখিছোঁ। সৰু দেখা মানে আমি নিজকে সৰু কৰিছো। নিজে সংকীৰ্ণ হৈছো।

আমাৰ উন্নতি হৈছে। বিজ্ঞানে নতুন নতুন আৱিষ্কাৰ কৰাৰ ফলত যিটো অসম্ভৱ আছিল সেইটো সম্ভৱ হৈ পৰিছে। একেবাৰে উজু হৈ পৰিছে। মধ্যযুগত বা তাৰ আগতে পৃথিৱী পৰ্য্যটন কৰা কথাটো আচৰিত আছিল। অৱশ্যে কলম্বচ আৰু ভাস্কোদিগামাৰ কাৰণে ই আচৰিত নাছিল। কিন্তু সৰ্ব্বসাধাৰণে এই কথাটো শুনি কিবা এটা অশৰীৰি প্ৰেতাত্মা দেখাৰ দৰেই ভয় খাইছিল। কিন্তু আজি আমি এই পৃথিৱীক মাত্ৰ কেইদিনমানৰ ভিতৰতে পৰ্য্যটন কৰি আহিব পাৰো। আজি চিকিৎসা বিজ্ঞানে নতুন নতুন তথ্য আৱিষ্কাৰ কৰিছে, জন্ম নিয়ন্ত্ৰন আদিৰ বিবিধ বিবিধ কলা কৌশল আৱিষ্কাৰ কৰিছে। ইয়াৰ ফলত ই যুৱক-যুৱতীৰ নৈতিক শিথিলতা অহাত ই বাধা স্বৰূপে ঠিয় নিদি সহায় স্বৰূপে দেখা দিছে। আৰু এই নৈতিক শিথিলতা অহাৰ আন এটা মুখ্য কাৰণ সম্পদ। যেতিয়া আমাৰ অৰ্থনৈতিক সমস্যা নাইকিয়া হৈ পৰে যেতিয়া আমাৰ ব্যয়তকৈ আয়ৰ ভাণ্ডাৰ বেছি টনকিয়াল হৈ পৰে তেতিয়াই আমাৰ খৰছ কৰিবলৈ যথেষ্ট শক্তি থাকে। আৰু তেতিয়া জাতিটোক বা মানুহবোৰক সুখাভিলাষী হোৱা দেখাটো একো আচৰিত নহয় আৰু তেনে অৱস্থাত কিছু নৈতিক ব্যতিক্ৰম ঘটাতোও একো আচৰিত নহয়। আধুনিক যুগত বেশ্যালয় বাঢ়ি যোৱাটোও এনেকুৱা কিছুমান কাৰণৰেই ফল। বেশ্যালয়ৰ পৰা আনৰ লাভ নহলেও চৰকাৰৰ লাভ হৈছে। কাৰণ গনিক বৃত্তি আৰম্ভ কৰিবলৈ হলেই চৰকাৰৰ ঘৰৰ পৰা 'লাইচেঞ্চ' লব লাগে। চৰকাৰে ধন পাইছে কিন্তু ইয়াৰ ফলত দেশৰ কত হাজাৰ হাজাৰ তৰুণ-তৰুণীৰ জীৱন বিপথগামী হৈছে তাক এবাৰ ভাবি চোৱা উচিত। বহুতে কোৱা শুনা যায় যে গণিকালয় ভাৰতত আগৰ পৰাই আছে। পৌৰানিক কাহিনীৰ মেনকা, ৰম্ভা আদিয়েই তাৰ প্ৰমাণ। কিন্তু এইটো মনত ৰাখিব লাগে যে পুৰণি কালৰ পৰা আছে বুলিয়েই কোনো এটা বস্তু ভাল হব নোৱাৰে। আমাৰ বিবেচনা আৰু অনুশীলনীৰ দ্বাৰা আমি কি ভাল কি বেয়া তাক বাছি উলিয়াব লাগিব, আৰু যিটো বেয়া তাক দলিয়াই পেলাবলৈ আমাৰ সাহস হব লাগিব। তাকে নহলে মানৱ জাতিক আমি সুস্থ সবল কৰিব নোৱাৰো।

বহুত ধৰণেৰেই বহুত কালৰ পৰাই মানুহে কৈ

আহিছে যে মানৱৰ শ্ৰেষ্ঠ সম্পদ চৰিত্ৰ। চৰিত্ৰ বস্তুটো প্ৰকৃততেনো কি তাক আমি বুজাত ভুল কৰো। লোকে এজনৰ বিষয়ে যিটো কয় সেইটো তেওঁৰ চৰিত্ৰ হব নোৱাৰে। নিজে নিজক যিদৰে দেখে অৰ্থাৎ নিজৰ মাজত সোমাই থকা 'ঈশ্বৰে' এজনক যিদৰে দেখে সেইটোৱেই হে চৰিত্ৰ। কথাটো প্ৰকাশ কৰা অলপ টান। এজনক আমি ভাল বা বেয়া বুলি কওঁ তেওঁৰ কাৰ্য্য কলাপ দেখি। সেইকাৰণে কোনোবাই যদি এজনক 'ভাল' বুলি কয় তেন্তে বুজি লব লাগিব যে এই 'ভাল'টো তেওঁৰ যশস্যা। তেওঁৰ যে চৰিত্ৰ ভাল এইটো নহয়। মানুহে এনেকুৱা কিছুমান কাম কৰে যিবোৰ কৰিলে তেওক দহে ভাল বুলিব, সন্মান-কৰিব, বা মৰম কৰিব। কামবোৰ তেও অন্তৰৰ দ্বাৰা পৰিচালিত হৈ নকৰিব পাৰে। 'ভাল' এই যশস্যাটো লবৰ কাৰণেই তেওঁ এই কামবোৰ কৰে। সেইবাবে এজন যশস্বী মানুহৰ চৰিত্ৰ ভাল হব নোৱাৰিবও পাৰে। তেওঁৰ কাৰ্য্য-কলাপ, আচাৰ ব্যৱহাৰ, কথা-বাৰ্ত্তা আটাইবোৰেই হয়তো অতি ভাল চমকপ্ৰদ, অতি ভাল হব পাৰে। কিন্তু এইবোৰে তেওঁ প্ৰকৃততে অন্তৰতনো কি, প্ৰকৃততে তেওঁ কি ভাবে, কি ইচ্ছা কৰে, তাক কেতিয়াও প্ৰকাশ নকৰে।

ওপৰৰ কথাখিনিৰ পৰা এইটোৱেই প্ৰমাণ হয় যে চৰিত্ৰ আৰু যশস্যা এই দুয়োটাৰে পাৰ্থক্য স্বৰ্গ মৰ্ত্তৰ। যশস্যা আনে দেখাটো আৰু আনে কোৱাটো, চৰিত্ৰ নিজে দেখাটো আৰু অন্তৰত প্ৰকৃততে নিজে ভবাটো। বুদ্ধ, যীশু, পৰমহংস, শঙ্কৰদেৱ আদি মহাপুৰুষ সকলৰ কথা ইয়াত ধৰা হোৱা নাই। মহাপুৰুষ সকলৰ চৰিত্ৰ সেইটোৱেই যিটো তেওঁৰ কাৰ্য্য কলাপ, আচাৰ ব্যৱহাৰৰ মাজেদি প্ৰকাশ পায়। পৃথিৱীখন সাধাৰণ মানুহেৰেই ভৰপুৰ। সেইবাবে সাধাৰণ মানুহসকলৰ কথাকেহে ইয়াত ধৰা হৈছে।

এজন মানুহৰ স্বভাৱটোৰ বিষয়ে কিছু কব পাৰো। কিন্তু তেওঁৰ চৰিত্ৰটোৰ বিষয়ে কব নোৱাৰো। আৰু যদি কাৰোবাৰ চৰিত্ৰৰ বিষয়ে কিবা এটা কবলৈ আমি আগবাঢ়ি যাও, সি বৰ সমীচিন নহব। এই কাৰণেই নহব যে নজনা বস্তু এটাৰ বিষয়ে তৎক্ষণাত কিবা এটা মত দিবৰ আমাৰ একো অধিকাৰ নাই। কিন্তু দুঃখ লগা কথাযে, আমাৰ মাজত ল'ৰা বুঢ়া সকলোৱেই কাৰোবাৰ বিষয়ে তৎক্ষণাত কিবা এটা কৈ দিবলৈ অকনো কুণ্ঠিত নহয়। আমাৰ লোকৰ বেয়া কোৱাটো ইমান মজ্জাগত হৈ পৰিছে যে-বহুত যুগৰ সাধনাৰ পিছতো বোধহয় ইয়াক আমি আমাৰ মনৰ মাজৰ পৰা একেবাৰে নিঃচিহ্ন কৰিবলৈ সমৰ্থ নহয়। সেইবাবে এতিয়াৰ পৰা আমাৰ চেষ্টা কৰা উচিত যাতে আমি কিবা এটাৰ বাহিৰ দেখিয়েই মত এটা নিদি তাৰ ভিতৰতনো কি আছে তাক জানিবলৈ চাওঁ।

আমাৰ গাত এটা ডাঙৰ দোষ আছে যে আমি ভবাটো প্ৰকাশ নকৰো। এজন মাৰ্জ্জিতৰুচিৰ ডেকা মানুহে যেতিয়া এজনী ধুনীয়া ছোৱালী দেখে তেতিয়া তেওঁৰ মনত যিটো ভাবৰ সৃষ্টি হয় সেইটো তেওঁ মুখৰ লাজতে হওঁক বা সময় বা অৱস্থাৰ কাৰণেই হওক, প্ৰকাশ কৰি কব নোৱাৰে। ক্ষেত্ৰ বিশেষত যদি তাৰ বিষয়ে কব লগাও হয়, তেন্তে এনেকুৱা এটা কথা কব যিটো তেওঁ প্ৰকৃততে ভবাই নাই বা কবলৈও ইচ্ছা কৰা নাই। এই যে কামটো কৰে এইটোৱে কাৰো অপকাৰ নকৰে, নিজৰহে অপকাৰ কৰে। মনৰ মাজত যেতিয়া নানা তৰহৰ ভাববোৰ খুপ খাই থাকে, তেতিয়া সি তাৰ প্ৰকাশ বিচাৰে—ওলাই যাবলৈ এটা বাট বিচাৰে ; বাট নাপালে সি শাৰীৰিক কিবা এটা ক্ষতি কৰি ওলাই যায়। হয়তো ইয়াৰ ফলত বল হানি হয়, নহয় মনৰ শান্তি বোলা বস্তুটো আঁতৰি যায়। সেই বাবেই Psychoanalyst সকলে

ৰোগীৰ অতীত, জীৱনৰ প্ৰতিটো খুটি-নাটিৰ ঘটনাৰ বিশদ বিৱৰণ লয়। আৰু তাৰ পৰা কোন বিশেষ ঘটনাৰ ফলত এজনৰ স্বাভাৱিক মনৰ অৱস্থাটোৰ পৰিবৰ্ত্তন হল, তাক বাছি উলিয়াই, আৰু তাৰ প্ৰতিকাৰ কৰে। আমি মনত ৰখা উচিত যে কোনোবা এটা বস্তুৰ বিষয়ে খুব বেছিকৈ ভাবি থাকিলে মানুহে তাত আসক্ত হলেই মানুহৰ স্বাভাৱিক বুদ্ধি বৃত্তিৰ, স্বাভাৱিক চিন্তাধাৰাত ব্যাঘাত জন্মে। ফলত মানুহজনে এনেকুৱা কিছুমান কৰে যিবোৰ কৰিবৰ কোনো প্ৰয়োজন নাই আৰু এনেকুৱা কিছুমান কথা ভাবে, যিবোৰ ভাবিবৰ প্ৰয়োজন নাই বা ভাবিলেও তাৰ পৰা একো লাভ নহয় বৰঞ্চ মনৰ শান্তিহে আঁতৰি যায়।

জন্মোতেই মানুহে চৰিত্ৰ বা যশস্যা একো লগত লৈ নাহে বা ইয়াক উত্তৰাধিকাৰীসূত্ৰেও লাভ কৰিব নোৱাৰে। এচপৰা দুচপৰা ইটা দি দি এখন পকাৰ দেৱাল গঠাদি, নানান তৰহৰ কাৰ্য্যকলাপ আৰু ভুল ভ্ৰান্তিৰ মাজেদি গৈ হে লাহে লাহে এই চৰিত্ৰ গঠন হয়। চৰিত্ৰ গঠন কৰিবলৈ কোনোৱে চেষ্টা কৰিবও নেলাগে, ই আপোনা আপুনিয়েই গঠন হয়। মাত্ৰ মনত ৰাখিব লাগে যে আমি যি দৰে গঠন কৰিবলৈ বিচাৰো সেই-দৰেইহে চৰিত্ৰৰ গঠন হব।





নালন্দাৰ ভগ্নস্তুপ : ফটো জেবিয়ান

# খেল পথাৰত এভুমুকি

"I never took part in exercise, cricket or football before they were made compulsory. My shyness was one of the reasons for this aloofness, which I now see was wrong. I then had the false notion that gymnastics had nothing to do with education. To-day I know that physical training should have as much place in the curriculum as mental training."—Gandhiji.

বস্তুৱে কেৱল আনন্দ দিব পাৰে, এটা মাত্ৰ বস্তুৱে মনৰ উৎকৰ্ষ সাধন কৰিবলৈ সুযোগ দিয়ে—সেইটো হৈছে খেল-ধেমালি।

গোটেই জগততে খেলৰ মান দিনক দিনে উন্নততৰ হৈছে। পৌৰাণিক নিয়ম-কানুন এৰি আধুনিক বৈজ্ঞানিক প্ৰণালীৰে আমাৰ খেল-ধেমালিবোৰ কৰা দেখা গৈছে। যি ঠাইৰ খেলত বৈজ্ঞানিক প্ৰভাৱ পৰিছে সেই ঠাইৰ খেলাৰে মান উন্নততৰ হৈছে।



১৯৫৫-৫৬ চনৰ "সন্তোষ ট্ৰফীত" অসমৰ খেলুৱৈ

মানুহ যেতিয়া নানান দুখ-কষ্টৰে আভিহিত হয়, নৈতিক আৰু সামাজিক কঠোৰ পৰিস্থিতিত যেতিয়া হতাশ হব লগীয়া হয়, তেতিয়া সকলোৰে মনত এটা

খেলাই কেৱল মানুহক আনন্দই নিদিয়ে। ভলি, হকি, ফুটবল, ক্ৰিকেট আদি খেল বোৰত 'Team spirit' বোলা কথাটো সোমাই আছে।

'Uuited we stand, divided' we fall' এই কথাষাৰ উপলব্ধি কৰিব পৰা হয়, যেতিয়া এখাৰ-টাকৈ খেলুৱৈয়ে লগ লাগি বিপক্ষে দলক পৰাজয় কৰিবলৈ চেষ্টা কৰে। এই খেলবোৰৰ যোগেদি বন্ধুত্ব (Friendship) স্থাপনৰ এটা সুযোগ পোৱা যায়। পঢ়াশালিৰ পাঠ্য-পুথিত যিমান কথা শিকিব পৰা যায়, তাতকৈ বেছি কথা এই খেলাবোৰৰ যোগেদি শিকিব পাৰি।

অসমত প্ৰায় আটাইবোৰ খেলাকে খেলা দেখা যায়। আজি এবছৰৰ আগলৈকে অসমৰ যি খেলৰ মান আছিল, সি আন আন দেশৰ তুলনাত একেবাৰেই পিচপৰা আছিল বুলি স্বীকাৰ কৰিব লাগিব। বৰ্ত্ত-মান অসমে খেলৰ মানদণ্ড আগতকৈ বহুত বঢ়াইছে। বিশেষকৈ ফুটবল খেলত নিপুণতা দেখুৱাবলৈ সক্ষম হৈছে। এই ফুটবলখেলাৰ উন্নতিৰ মূলতে অসমৰ ক্ৰীড়ামোদীসকল, বিশেষকৈ নগাৱঁৰ মৌঃ নুৰুল আমিন ; শিৱসাগৰৰ শ্ৰীযুক্ত অৰনীবৰুৱা, যোৰহাটৰ শ্ৰীযুক্ত শশী প্ৰসাদ বৰুৱা ইত্যাদিৰ দৰে আৰু দুই এজন উৎসাহিক পথপ্ৰদৰ্শক ওলালে নিশ্চয় অসমৰ খেলৰ মান অতি কম সময়ৰ ভিতৰতে বৰ্ত্তমানতকৈও বহুত উন্নত হব।..................

১৯৫৫ চনত কলিকতাত অনুষ্ঠিত হোৱা আই, এফ্, এ, শ্বিল্ডত শিৱসাগৰৰ 'এমেচাৰ ক্লাৱে' অভুতপূৰ্ব্ব খেল খেলি কলিকতীয়া দলসমূহক তৰধ লগায়। ইয়াৰ পূৰ্ব্বে অসমৰ কোনো দলে এই শ্বিল্ডত 'ছেমি-ফাইনেল' পোৱা নাছিল। ইয়াৰ পিছত যোৰহাটত হোৱা 'এ, টি, পি, এ, শ্বিল্ডত অসমৰ' 'ষ্টেট্ ট্ৰেন্সপৰ্ট' দলে কলিকতীয়া দলবোৰক যেতিয়া ইটোৰ পিছত সিটোক পৰাজয় কৰি শ্বিল্ড লাভ কৰিলে, তেতিয়াও অকল কলিকতাৰ দলকেইটাই নহয়, প্ৰায় সকলোৱেই আচৰিত হব ধৰিছিল। ১৯৫৫।৫৬ চনত এনাৰ-কুলামত অনুষ্ঠিত হোৱা 'সন্তোষ ট্ৰফীৰ' খেলত অসমে দিল্লী আৰু বোম্বেক পৰাজয় কৰি প্ৰথমবাৰৰ কাৰণে চেমি-ফাইনেল পায়গৈ। চেমি-ফাইনেলত অৱশ্যে মহীশূৰৰ লগত এগ'লত পৰাজিত হয় ; কিন্তু এই সামান্য পৰাজয় অসমৰ কাৰণে একো নহয়। সন্তোষ-ট্ৰফীৰ খেলে অসমক খেলৰ বুৰঞ্জীত চিৰস্মৰণীয় কৰি ৰাখিব। এই প্ৰতিযোগিতাৰ কাৰণে অসম-দলৰ অধিনায়ক হৈছিল ডিব্ৰুগড়ৰ নিপুণ খেলুৱৈ ডাঃ শৰৎ-দত্ত। এনাৰকুলামত ডাঃ দত্ত, ডাঃ দাস গুপ্ত, অমল বিচাৰ্দ, সুনিল দাস আৰু চীনৰ প্ৰাচীৰৰ নিচিনা 'বৰ্ক্' টৌয়েশ্বৰ দত্তই সুন্দৰ খেলেৰে হাজাৰ হাজাৰ দৰ্শকক মোহিত কৰি আহিছে।

অসমৰ ক্ৰিকেট্ খেলৰ মান আশানুৰূপ হোৱা নাই। ভাল শিক্ষা নোপোৱাৰ দোষত অসমে আজিও ক্ৰিকেট্ খেলাত আশানুৰূপ সু-নাম অৰ্জ্জন কৰিব পৰা নাই। ক্ৰিকেট্ খেলাৰ মান বঢ়াবলৈ হলে অসমৰ ডাঙৰ ডাঙৰ চহৰ কেইখনত ভাল শিক্ষক দিব লাগে আৰু যিসকল লোকে খেলত সোৱাদ পায়, তেখেত-সকলে আনকো সেই সোৱাদৰ ভাগ দিবলৈ চেষ্টা কৰিব লাগে।

ইয়াৰ বাহিৰেও হকি, বেড্‌মিণ্টন, ভলি আদি যিবোৰ খেল আছে সেইবোৰৰ Standard যে একেবাৰেই কম তাক বঢ়াই কব নেলাগে। আমাৰ কৰ্ত্তৃপক্ষই এই খেলবোৰৰ প্ৰতি অৱহেলা কৰা মানে দেশৰ কামৰ প্ৰতিহে অৱহেলা কৰা। আমাৰ দেশৰ উঠি অহা ল'ৰা-ছোৱালীবোৰক ভাল স্বাস্থ্যৰে নাগৰিক কৰি গঢ়ি তুলিবলৈ হলে খেল-ধেমালিৰ নিতান্ত প্ৰয়োজন। আমাৰ খেলবোৰ নিৰপেক্ষভাৱে আৰু পৰস্পৰৰ মাজত মৰম-চেনেহৰ ভাৱ ৰাখি খেলিব লাগে। গাইগুটীয়া ভাবে খেলাত জয় কৰিব নোৱাৰে, পৰাজয়হে নিশ্চিত।

—ললিত বৰুৱা




## আমাক লাগে

“মানুহে ফুলাৰ খোজে শুকান নকত ফুল....” নোপোৱা পোৱাৰ এই আকুল হেপাহটোৰেই মানৱ সভ্যতাৰ জন্মাষ্টমী। সৃষ্টিৰ বৈচিত্ৰতাৰ মাজত থাকি নিত্য নতুনৰ স্বাদ বিচাৰি প'ল মানুহ। পোৱা আৰু নোপোৱাৰ মাজত থাকি সপোন দিঠকত পৰিণত কৰা শিল্পী' মানুহে সৃষ্টি কৰিলে বিভিন্ন ৰসেৰে বিভিন্ন কলা। গতিশীল পৃথিৱীৰ বোৰ্তী সমাজেই বিচিত্ৰ কলাৰ পটভূমি। 'শামুকৰ খোলাৰ বুকুত জীৱনৰ মুকুতা' বুটলিব খোজা মানুহটোৱে গতানুগতিক সৃষ্টিত আমোদ নাপাই, পাই তাক্তা। তাত সতৃপ্তিৰ আকুলতা নাহে অতৃপ্তিৰ ব্যাকুলতা আহে। ....চিৰ প্ৰবাহিত সমাজৰ সাপেক্ষ ভাৱধাৰাক লৈয়েই আগবাঢ়ে সৃষ্টিকামী কলাকাৰ সকল—প্ৰকৃত কবি সাহিত্যিকসকল।........

অসমীয়া চুটিগল্প আৰু উপন্যাস গতানুগতিকতাৰ মেৰপাকত পৰিছে। দুই এজন লিখকৰ এখাসুৰীয়া চেষ্টাৰ বাদে অধিকাংশ লিখকৰ লিখনিতেই গতানুগতিকতা। বিষয় বস্তুত গতানুগতিকতা হলে বেছি আপত্তি কৰিব নোৱাৰি, যদি প্ৰকাশভঙ্গীত নতুনত্বই ভুমুকি মাৰে( superior excellence in the trial and test of the artist's merit”) যোগেশ দাসৰ “সহাৰি পাই” আমাৰ এই বাবেই ভাল লাগে। কিন্তু বিষয় বস্তুৰ কথা বাদেই প্ৰকাশভঙ্গীটো যেতিয়া গতানুগতিকতাই ক্ৰীড়া কৰে—তেতিয়া সি নুকলী বজাবৰ 'বাহী বগগোল্লাৰ দৰে লাগে। আব্দুল মালিকেই নতুন নতুন প্ৰকাশভঙ্গীত অদ্বিতীয় স্থান অধিকাৰ কৰি আছে। সংখ্যা হিচাবে অসমীয়া চুটিগল্প আৰু উপন্যাস কম বুলি আমি নকওঁ, কিন্তু মৌলিকতাৰ তুলাচনীত আমাৰ ওজন যে খুউব কম সেই মন্তব্যত দ্বিমত নিশ্চয় কোনো নহয়। ৺লক্ষীধৰ শৰ্ম্মাৰ আসনখনেই কেতিয়া পূৰ হয় জানো ? মুনীন বৰকটকী, কৃষ্ণ ভুঞা, ৰমা দাস আদিৰ দৰে মনোবিজ্ঞানৰ ভেটিত প্ৰতিষ্ঠিত কৰা গল্প আমি নোপোৱাই হলো (চৈয়দ আব্দুল মালিকৰ “বাৰ খবৰ বৰষুণ”

আৰু চন্দ্ৰপ্ৰসাদ শইকীয়াৰ "অপেক্ষা" আমাৰ মনত অৱশ্যে চিৰদিন সেউজীয়া হৈ থাকিব)। উপন্যাসৰ কালৰ পৰা "চাকনৈয়াৰ" বাহিৰে এৰেো আগবাঢ়াব নোৱাৰেঁ।। মনস্তাত্বিক বিশ্লেষণ গল্প, উপন্যাসৰ পাছৰি যাব নলগা কাল। শিল্পী ভানগগৰ এষাৰ কথাই সদায় খুন্দিয়াই— I can't draw a figure without knowing all about the bones and muscles and tendens that are inside it. And I can't draw a head without knowing what goes on in that person's brain and soul. In order to paint life one must understand not only anatomy, but what people feel and think about the world they live in the painter who knows his own craft and nothing else will turn out to be a very superficial artist. : Lust for life. কথাষাৰ কেৱল চিত্ৰশিল্পীৰ বাবেই নহয় কথা শিল্পীৰ বাবেও প্ৰয়োজ্য। গভীৰ মানৱতাবোধৰ পটভূমিত মনস্তাত্বিক বিশ্লেষণ সহজ হৈ পৰে। গভীৰ মানৱতা বোধ গল্প উপন্যাসৰ মেৰুদণ্ড। মানৱতাবোধেই যুগমীয়া সাহিত্য স্কৃষ্টিৰ সফল অস্ত্ৰ। এই মানৱতা-বোধৰ কাৰণেই 'ডাচ কেপিটেলৰ' যুগতো কালিদাসলৈ আমাৰ মনত পৰে।....

নৱচেতনাৰ জন্মদিয়া কুৰি শতিকাৰ পৃথিৱীখনে দিঠকৰ আঁৰত থকা অশৰীৰি নায়ক-নায়িকাক নিবিচাৰে। আজিৰ সাহিত্য-কুঁৱৰী বাস্তৱৰ ধূলি মাকতিত লেতেৰা। বাস্তৱৰ জীয়া মানুহৰ অনুভূতিৰেই আমাৰ গল্প উপন্যাসৰ নায়ক-নায়িকাক সজাই তুলিব লাগিব। আজি ন-পুৰণিৰ উখল-মাখলত ভেৰা লাগি থকা সমাজক সেই নায়ক-নায়িকাই মাঙ্গলিক উৰুলিৰে প্ৰত্যাশিত পথৰ সন্ধান দিব লাগিব। সেইবুলি বাস্তৱৰ উৎকং ৰূপটো আমি বিচৰা নাই, ("The artist has liberty to exaggerate, to create in his novel a world more beautiful, more simple, more consoling than others,") আমি বিচাৰিছোঁ মিহিৰকান্ত বৰা, ভবেশ শইকীয়াৰ দৰে আমাৰ সমাজৰ ৰৰঘৰত সোমাই লেখনি লোৱাজনক অভিনন্দন জনাবলৈ, আমি বিচাৰিছোঁ মালিক, যোগেশ দাসৰ দৰে সম-সাময়িক সমাজৰ অনুকূল ভাৱধাৰাক বহন কৰিব জনা লিখকক স্বাগত জনাবলৈ। "জীৱনৰ বাটত" ৰূপকথাৰ উহ বিচৰা বীণা বৰুৱাক আমি বিচাৰোঁ।। ৰূপিলীৰ পাৰত একান্ত আন্তৰিকতাৰে নৱকান্তই যি সাধু কলে তেনে সাধু আমি আৰু শুনিব খোজোঁ। ....বিস্তৃত অধ্যয়ন আৰু গভীৰ মানৱতাবোধৰ অধিকাৰীতে লিখকে গল্প-উপন্যাসত কলা-সুলভ সৃষ্টি চাতুৰ্য্য দেখুৱাব পাৰে। বিস্তৃত অধ্যয়নে পৃথিৱীৰ চিন্তাশীল মনিষী সকলৰ পৰিপূৰ্ণ চিন্তাধাৰাৰ পৰিচয় দিয়ে। আমাৰ সাহিত্যত চিৰাচলিত ডেকা-গাভৰুৰ মাজত উদয় হোৱা প্ৰেম, বিৰহ, মিলনেই গল্প-উপন্যাসৰ একমাত্ৰ সম্বল যে নহয় এই কথাৰ স্পষ্ট প্ৰমাণ দিয়ে পৃথিৱীৰ বিভিন্ন সাহিত্যই। অৱশ্যে স্কৃষ্টিৰ এই চিৰন্তন সত্যটোৰেই যে বিশ্ব-সাহিত্যৰো কেন্দ্ৰ তাক আমি নুই নকৰোঁ।। কিন্তু ইয়াৰ বাহিৰেও সংঘাত সংগ্ৰামৰ মাজেদি আগবঢ়া মানুহৰ জীৱনটোত প্ৰাণৰ অক্ষয় প্লট লুকাই আছে। ডষ্টয়েভস্কিৰ Crime and Punishment সকলোৰে পৰিচিত। ঘটনা বহুল মানৱ জীৱনত সম্ভাব্য ঘটনা এটিয়েই ইয়াৰ মেৰুদণ্ড আৰু বিবেকৰ লগত সংঘৰ্ষিত হৈ কৰুণ পৰিণতিৰ ফালে আগ-বাঢ়ি যোৱাৰ বৰ্ণনাই ইয়াৰ লোভনয় ফাল। সুন্দৰ মনো-বিশ্লেষণৰ ভেটীত ই কেনে গঢ় লৈছে সি অনুকৰণীয় বিষয়। আউৰ আঁৰত থাকি এনিনি জলাই সমাজক

কেনেকৈ সিঁয়াঁবিছিলে—তেওঁৰ লিখনি পঢ়িলেই (Nana, Theresa আদি) তাৰ প্ৰমাণ সুস্পষ্ট হব। এইবোৰ সাহিত্য পৃথিবীৰ মানুহৰ বুকুৰ কথাত লিখা। হেমিংওৱেই গভীৰ মানৱতাবোধেৰে দাঙি ধৰিলে

**কৃতজ্ঞতা**

অধ্যাপক—চৈয়দ আব্দুল মালিক এম,এ
অধ্যাপক—শ্ৰীকিৰণচন্দ্ৰ শৰ্ম্মা এম,এ
শ্ৰীৰবীণ কটকী
আলোচনী কমিটীৰ সভ্যসকল আৰু
কে, এম, তামুলী

The old man and the sea আদাম ঈভৰ পৃথিবীতেই মানুহ আৰু মাছৰ যুদ্ধ আৰম্ভ হৈছিলে, ই নতুন নহয়—পুৰণা কথা। কিন্তু সেই চিৰদিনীয়া কথাষাৰিৰেই কলা সুলভতাবে সমগ্ৰ মানৱ জাতিৰ অপৰাজেয় মনৰ প্ৰতিনিধি হিচাবে প্ৰকাশ পাবলৈ হেমিংওৱেৰ বাবে কুৰি শতিকালৈ বৈ আছিল। এওঁলোক পৃথিবীৰ সমূহ মানুহৰ আশা-আকাঙ্ক্ষা, হাঁহি-কান্দোনৰ ইচ্ছাকৃত সম-অংশীদাৰ। এওঁলোক আমাৰো আদৰ্শণীয়।........

ওপৰৰ কথাখিনি আমি নিজৰ বাবেই অৰ্থাৎ আমাৰ ছাত্ৰ লিখকসকলক উপলক্ষ কৰিহে কলোঁ। আনন্দেৰে কব লাগিব যে লিখাৰ প্ৰচেষ্টা আমাৰ ছাত্ৰসকলৰ মাজত পূৰ্ণ উদ্যমেৰে চলিছে। তাৰ ভিতৰত অধিকাংশই গল্প-উপন্যাস লিখাৰ ফালে মনোনিবেশ কৰিছে। লিখনি দোৱা সকলক আমি স্বাগত জনাইছোঁ লগে লগে এই আশাও থাকিল যাতে বৰ্ত্তমানৰ দৰে (ই আমাৰ সামান্য অভিজ্ঞতাৰ পৰাহে কৈছোঁ) গতানুগতিকতাৰ নেৰপাকৰ পৰা হাত সাৰিবলৈকো চেষ্টা চলে। গতানুগতিকতাৰ মাজেদি যোৱা সাহিত্য বিস্মৃতি পথৰ সহজ পথিক।

—মহেন্দ্ৰ বৰঠাকুৰ



# Contents.



---

# J. B. College Students' Union Executive

1955—56




Sitting (From the Left) : Miss B. Baruah (C.R.), Miss P. Devi (Secy. Girls' Common Room), Miss N. Das (C.R.), Prof. R. Ghosh (Prof. in-charge, Girls' Common Room), Principal G. G. Dutta, Prof. M. Ghosh (Prof. in-charge, Boys' Common Room), Prof. D. Chaudhury (Prof. in-charge, Music), Mr. J. Chakravorty (Vice-President), Mr. A. Dutta (General Secretary).

2nd Row (Standing) : Mr. G. Hazorika (C.R.), Mr. R. Bhatta (C.R.), Mr. M. Saikia (C.R.), Mr. R. Hazorika (C.R.), Mr, S. Saikia (Editor, English Section), Mr. M. Borthakur (Editor, Assamese Section), Mr. T. Ahmed (C.R.), Mr. B. Bhatta (S.L. Club Secy.), Mr. J. Gohain (Music Secy.), Mr. S. Phukon (Secy. Boys' Common Room), Mr. M. Hazorika (C.R.), Mr. P. Hazorika (C.R.), Mr. M. Gohain (C.R.), Mr. D. Sarma (Debating Secy.).

3rd Row : R. Sarmah (Asst. General Secy.), Mr. J. Hazorika (C.R.), Mr. P. Lahon (C.R.), Mr. P. Sarmah (C.R.), Mr. B. Bhajan (C.R.), Mr. P. Borboruah (Secy. Cricket), Mr. N. Sing (Minor Games Secy.), Mr. P. Gogoi (Football Secy.), Mr. S. Hazorika (C.R.).

# Address of Welcome

**By Principal G. Dutta M.A.B.L.**

ON behalf of the Reception Committee of this unit I extend to you all a hearty welcome to the last Capital of the Ahom kings, Jorhat.

About nine years have passed since we achieved our independence. Tremendous changes in the spheres of ideas and intellect have taken place in the world during these years. Different problems have cropped up, problems which concern the very existence of humanity, problems which have baffled even the best brains of the world. This wave of intellectual turmoil reached the shores of India too, and the greatest event for India during these few years has been her emergence as a world factor recognised and respected for her glorious steps towards the cessation of hostilities and establishment of peace in the world. With her maximum percentage of illiteracy, India has been recognized as one of the most "enlightened" nations. It is therefore, the responsibility of the educationists to eliminate this contradiction by bringing down the percentage of illiteracy to the lowest in the world. One of the main objects of our meeting here is definitely that.

Dear friends, your presence here in our midst to-day has been a source of delight and inspiration, which, I hope, will enthuse us greatly as associates in a common cause viz. for the betterment of Collegiate education in this state. With what has been achieved already, I do hope that this Association will be in a position to pave the way for a strong solidarity amongst the College Teachers of Assam for the all-round development of higher education of the state.

Collegiate education in this state has suffered from a few handicaps. In the first few decades of the twentieth century the two Government Colleges catered to the needs of a few well-to-do families. The British Bureaucracy was not in favour of helping the growth of Private Colleges. The missionaries too were afraid of starting colleges though they gave serious thought to it. Everybody believed that the mere skeleton of a college even in its Intermediate Stage would require lakhs of rupees.

The opening of J. B. College in 1930 (for which late T. N. Sharma's name deserves special mention) and Habiganj College in 1931 by some enthustiatic

M.A.'s made it amply clear that private enterprise in higher studies in Assam was sufficiently forthcoming. A new impetus was thus created. Many High Schools in remote corners sprang up to justify the need of starting some more Colleges in the Province.

Young graduates and under-graduates who are products of these Private Colleges have done a valuable service to the cause of education. They went back to their respective localities and succeeded in starting Private High Schools in different areas of the Province. Thus schools have helped more colleges to grow up and the latter in their turn accelerated the growth of a number of High Schools. The scanty grants made by Government to educational Institutions of the state indicates lack of sincerity on their part.

Primary Education is just to remove illiteracy, High school stage is mainly meant for learning the languages. Arts and Science Colleges give intellectual food to the student and fits him for the world. Here he is to gather information and acquaint himself with the knowledge about a variety of things. But have we been able to give him an idea of those basic qualities which go to make a real man—a man himself educated and never interfering with other man's aspirations, a man with a greater sense of equity than of the positive law, a man who talks reason and sense, a man with humility and reverence to his superiors. A man without a soul, a man who gives preference to fripperies over absolute values will not only degrade himself but also bring about deterioration to the succeeding generation and ultimately bring ruin on society.

Time has come for reviewing our Educational System. Higher learning cannot come to the rescue of a man if he does not have a vision of the absolute values. We do not want camp followers nor such leaders who cannot judge and think even for themselves.

Hard labour on the part of students is of imperative necessity. The University should not burden the boys in the school standard with too many text books. They should insist on the teachers devoting more time to teaching of English Grammar and Composition. If this is done wastage of time and energy will be less. The University may confine its selection to such texts wherefrom simple English can profitably be picked up by students. A deep thought over the whole matter has made me convinced that Hindi, if it is to replace English, will not be a proper and fit substitute.

How can it be possible for a college teacher sucoessfully to impart education to some 150 boys in the class if he cannot establish personal contact with them and open up to them the shelves of the master minds of the past or the present. Collegiate education can be successful only if there is an increase in the number of teachers for every subject. Without tutorial work and proper coaching no aptitude for learning can be created. From frustrated students nothing substantial can be expected by society.

Those who are students today will be vital members of the state tomorrow. So in the college their minds should receive adequate training. Greater care and attention should be given to them. This matter is much more important than launching a five year plan. The public should also bear in mind that in the proper education of

their wards depends their future well-being.

It is time for Government to alter their policy and give liberal subsidies to private colleges, so that the country may be benefited.

We express our deep sense of gratitude to the members of the public and students who gave their all possible help and co-operation to make the function a success. There may be many shortcomings on our part, for which we hope to be excused. I over again on behalf of the reception committee offer you, all my sincere gratitude.*

---

[*This was read in the 7th sitting of the Assam College Teachers' Association..]



"No man can be a good teacher unless he has feelings of warm affection towards his pupils and genuine desire to impart to them what he himself believes to be of value".

—*Bertrand Russell.*

# EINSTEIN AND NEWTON ON GRAVITATION

By Prof. T. N. Goswami, M. Sc.
*(Head of the Department of Chemistry)*

NEWTON is the creator of a new Era in the history of Science. His name is familiar even with the school boys. This is because of the fact that his scientific concept and philosophy had their sway nearly for three centuries after Newton. So they have a profound bearing in the minds of all questing persons and every eager mind has been affected, somehow or other, by them. So, Newtonian concepts took firm root in the minds of the people interested in scientific thought and progress. But, with the coming in of Einstein into the picture, with his theories and philosophy, the scene has changed, and a new Era of science has really commenced leaving behind the Newtonian age.

Instead of dilating on the theories and philosophy of Einstein, which is not within the scope of this article, I like to restrict myself to the subject matter, that is Newton and Einstein on gravitation. Newton gave us certain laws. Nearly for three centuries after Newton his laws reigned supreme. Science progressed. Modern mechanics and engineering grew out of Newtonian concepts. He gave us a picture of the Universe. Universe appeared to be operated in accordance with his laws. His laws are familiar with science students. They appear very simple, but of profound significance. As for example, his law of inertia states that every body continues in its state of rest or of uniform motion in a straight line except in so far as it is compelled to change its state by forces impressed upon it. We have simple examples to cite from our every day experiences, to show the effect of inertia. When we go on riding a bicycle, if the brakes are applied suddenly, we are pushed out forwards and we may receive severe injuries from a sudden fall. This is due to inertia, the cycle stops but our body continues to be in motion. In another law Newton states that amount of force necessary to accelerate a body depends upon the mass of the body. We cannot move a large stone but, can throw a tenis ball to a great distance; that is to say, if the same force is applied to two bodies of different masses, then the force will produce a greater acceleration in the smaller body than in the bigger body. Now this is

